# —সূচী—

( অসমীয়া শাখা )





Magazine and blocks Printed at BISWABANEE Press, Jorhat, and published from J. B. College, Jorhat, by Sri Nathmal Kalani, Sri Durgeswar Dutta and Sri Dulal Krishna Bhattacharyya, Editors.

# অসমীয়া সাহিত্যত হাস্যৰস

শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা, এম-এ।
( প্ৰাক্তন ছাত্ৰ )

সাহিত্যৰ উদ্দেশ্যই হৈছে 'ৰস' অৰ্থাৎ আনন্দৰ সৃষ্টি কৰা। সাহিত্যই মানুহৰ মনত বিমল স্বৰ্গীয় আনন্দৰ সৃষ্টি কৰি পৃথিবীতে স্বৰ্গৰাজ্যৰ নন্দনকানন পাতে। হাস্যৰস সাহিত্যৰ নটা ৰসৰ ভিতৰত এটা প্ৰধান ৰসেই নহয় আটাইতকৈ আকৰ্ষণীয় ৰসো। হাঁহি-ধেমালী আৰু ৰং-ৰহস্যৰ মাজেদিয়েই মানুহক নৈতিক শিক্ষা দি উন্নততৰ সমাজ গঢ়ি তোলাতেই হাস্যৰসৰ কাৰ্য্যকাৰীতা। পৃথিবীৰ সকলো ভাষাৰ সকলো সাহিত্যতে হাস্য-ৰসে এখনি স্থায়ী আৰু বহল আসন অধিকাৰ কৰি আছিছে আৰু থাকিবও।

অসমীয়া সাহিত্যতো হাস্য ৰসৰ অৱদান আদি যুগৰ পৰাই লেখত লবলগীয়া। যি কোনো কথাকে হাস্যোদ্দীপক কৈ প্ৰকাশ কৰিব পাৰিলে সি মানুহৰ মনত স্থায়ী সাঁচ বহুৱায় আৰু আনন্দৰ চলেৰেই সাহিত্যিকে পঢ়ুৱৈক একোটি নৈতিক শিক্ষা দি যাবলৈ সক্ষম হয়। সৃষ্টিধৰ্ম্মী সাহিত্যতকৈ বিশ্লেষণ ধৰ্ম্মী সাহিত্যতে হাস্যৰসৰ বিশেষ কাৰ্য্যকাৰীতা দেখা যায়। ৰসৰাজ বেজ-বৰুৱাৰ ভাষাত কবলৈ গলে—"পোনপটীয়া কথা-টোকে বেকাকৈ বাছকবনীয়া শব্দৰ আঁৰ বয়া ধৰি জলাই জকমকীয়া কৰা"টোৱেই হৈছে হাস্যৰসৰ বিশেষত্ব আৰু সেয়েহে সাহিত্যৰ আটাইকেইটি ৰসৰ ভিতৰত হাস্যৰসে মানুহক আটাইতকৈ বেচি আকৰ্ষণ কৰা দেখা যায়। বিখ্যাত ইংৰাজ সমালোচক A. Nicollৰ ভাষাত "He plays with words, his fancy works swiftly and out of the movemeut of his fancy he orders phrases and ideas in such a manner that others laugh along with him." তেওঁ শব্দৰ খেলা খেলে, তেওঁৰ কল্পনা তীব্ৰগামী হয় আৰু কল্পনাৰ গতি অনুসৰি ভাব আৰু ভাষাই এনে গঢ় লয় যে তেওঁৰ লগতে আনকো হঁহুৱায়।"

অসমীয়া ভাষাতো চালুকীয়া অৱস্থাৰ পৰাই হাস্যৰসে এখনি সুকীয়া আৰু ওখ আসন অধিকাৰ কৰি আছিছে। অসম-বঙ্গৰ চক্ৰেটিচ বুলি অভিহিত খৃষ্টিয় ৫ম--৬ষ্ঠ শতিকাৰ জনাজাত 'ডাক' মহাকবিয়ে তেওঁৰ উপদেশ মূলক পদ ৰচনাৱলীত হাস্যৰসক ওখ স্থান দিয়া দেখা যায়।

বুঢ়া বৰালি পকা তেতেলী।
বিত্তৰ কৰিয়া দিবা জালি॥

কাটি দিবাহা টেঙ্গাৰ জোল।
খাবৰ বেলা মুণ্ড নোতোল॥
( ডাকৰ বচন--ৰন্ধন প্ৰকৰণ )

আদি শাৰীবোৰত হাস্যৰসৰ জীপ থকা বাবেই সেইবিলাক অতি হৃদয়গ্ৰাহী হৈ পৰিছে আৰু নিৰক্ষৰ জনসাধাৰণৰ মুখে মুখে হৈ পৰিছে।

অসমীয়া ধাই-নাম বা নিচুকনী গীতবিলাক হাস্যৰসৰ কাৰণে প্ৰসিদ্ধ। সেই কাৰণেই এই ধাই নামবোৰ সোৱৰণীৰ অতীত যুগৰ পৰা আইসকলৰ মুখে মুখে চলি আহি অসমীয়া জাতিৰ প্ৰাচীন চিন্তাধাৰাৰ নিদৰ্শন হৈ ৰৈছে--

"জোনবাই আগৰে একেটি তৰা
আয়ে বিয়া দিলে গঁঠীয়া দৰা।"
"ককাইলৈ আনিছোঁ পাটৰে টঙালি
বৌলৈ ঝাড়নিটাৰ।"
"ওকণী সখি মৰি গ'ল
বগে বৰত কৰে।"
"বুঢ়ী আই ঐ। নাহিলি সুখৰ কালত।
সাতজনী নিগনি খীৰাই খাইছিলোঁ,
গেৰেলাক বাইছিলো হালত॥"

আদি ধাই নামৰ শাৰীবোৰত হাস্য ৰসৰ উজ্জ্বল নিদৰ্শন দেখা পোৱা যায়।

অসমীয়া যোজোনা-ফকৰা আদিতো হাস্য ৰস পৰিস্ফুট হৈ উঠিছে। এই যোজোনা-ফকৰা বোৰ হাস্যৰসেৰে ৰঞ্জিত হৈ উঠা বাবেই এইবোৰ নিৰক্ষৰ গাৱঁলীয়া মানুহৰ মুখে মুখে হৈ পৰিছে আৰু এইবিলাক উত্তম শিক্ষাপ্ৰদ।—

'দহো আঙুলিয়ে খায়
বুঢ়াই হেচুকিলেহে যায়।'
"দূৰৈৰ বৌ বৰালি
ওচৰৰ পুথি-খলিহা।"
"বাৰহাত জালৰ তেৰহাত ফটা।
ভাল মাৰিলি বাপৰ বেটা॥
ৰউ-বৰালি সৰকি গ'ল।
পুঠি-খলিহা পাছে পাছে ৰ'ল॥"

ওপৰত উল্লেখ কৰা ধৰণৰ অগনণ ফকৰা-যোজোনা অসমীয়া নিৰক্ষৰ জন-সাধাৰণৰ মুখে মুখে চলি আহি অসমীয়া জন-সাধাৰণৰ কবি-সুলভ মনোবৃত্তিৰ পৰিচয় দিয়াৰ উপৰিও তেওঁলোকৰ ৰস-গ্ৰাহীতা গুণৰ সম্যক পৰিচয় দিয়ে।

বৈষ্ণৱ আৰু প্ৰাক বৈষ্ণৱ যুগৰ প্ৰতিভাশালী কবিসকলৰ ৰচনাতো হাস্যৰসে এখনি ওখ আসন লাভ কৰিছিল। প্ৰাক্‌বৈষ্ণৱ যুগৰ সৰ্ব্বশ্ৰেষ্ঠ কবি মাধৱ কন্দলীৰ ৰামায়ণৰ ৰচনা ভঙ্গী হাস্যোদ্দীপক আছিল। তেখেতে অসমত প্ৰচলিত বহুৱা ফকৰা-যোজোনাবোৰো হাস্যোদ্দীপক ভাষাত প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ বুৰঞ্জীত যুগমীয়া আসন অধিকাৰ কৰি গৈছে। সাগৰৰ পাৰত সীতাক বিচাৰি নেপাই হতাশ ভাবে কথোপ-কথন কৰা বানৰবিলাকে হঠাতে সম্পাতি পক্ষীৰ গুৰু-গম্ভীৰ ধ্বনি শুনি ক'ত কি হৈছে স্থিৰ কৰিব নোৱাৰি কেনে কথোপ-কথন কৰিছে চাওক—

পক্ষীৰ প্ৰচণ্ড নাদ সবেও শুনিল।
সবাৰো মনত মহা সন্তাপ মিলিল॥
"কৈত কি শুনিলা" অন্যো অন্যত সোধয়।
সবেও সৰাতে কয়, নজানে নিৰ্ণয়॥
কেহো বোলে "পৰ্ব্বতৰ শিখৰ খসিল।"
কেহো বোলে, "নোহে মেঘ গৰ্জ্জন কৰিল॥"
কেহো বোলে "ইন্দ্ৰে হানিলন্ত বজ্ৰবান।"
"নুহি ভঙ্গ ভৈল এক ঋষিৰ ধিয়ান॥"

কেহো বোলে, "নজানিল ভূমিকম্প গৈল।"
নিশ্চয় নজানি কপিগণ ভয় ভৈল ॥

ওপৰৰ শাৰীবিলাক বানৰ বিলাকৰ কাৰণে করুণ কিয়নো সিহঁতে সম্পাতিৰ মাতৰ উদ্দেশ্য বুজিব নোৱাৰিহে এনে বিভিন্ন অনুমান কৰিব লগা হৈছে। বানৰ বিলাকৰ কাৰণে করুণ হলেও পাঠকৰ কাৰণে এই শাৰীবোৰ হাস্যোদ্দীপক হৈ উঠিছে লিখকৰ হাস্যোদ্দীপক ৰচনা ভঙ্গীৰ কাৰণে। বানৰ বিলাকৰ ভয়ৰ আনুমানিক কাৰণবোৰ যে মিছা তাক পাঠকে আগৰে পৰাই জানে গতিকে বানৰ বিলাকৰ এই অমূলক কথোপকথনত পাঠকৰ হাঁহি নুঠাকৈ নেথাকে। মাধৱ কন্দলীৰ এনে বৈচিত্রপূর্ণ ৰচনা-ভঙ্গীত মুগ্ধ হৈ যুগনায়ক শ্রীশঙ্কৰদেৱেও তেখেতক—

"পূর্ব্বকবি অপ্রমাদী মাধৱ কন্দলী আদি
বিৰচিলা পদে ৰাম কথা" বুলি মাধৱ কন্দলী তেখেতৰ আগৰ অপ্রমাদী কবি বুলি মানি লৈছে।

শ্রীশঙ্কৰদেৱকে আদি কৰি বৈষ্ণৱ যুগৰ কবি সকলৰ ৰচনাতো হাস্যৰসৰ উল্লেখ যোগ্য প্রভাৱ দেখা যায়।

শ্রীশঙ্কৰদেৱৰ 'স্যমন্ত হৰণ'ত

সত্রাজিত ধূমকেতু।
তইসে নাশৰ হেতু॥
নাৰীগণে পাৰে গালি।
সত্রাজিতে পুত্র খালি॥

এইবিলাক পদৰ ৰচনা-ভঙ্গী এনে সুন্দৰ যে পঢ়ি যাওঁতে পাঠকৰ মুখত মিচিকীয়া হাঁহি স্বভাৱতে বিৰিঙিবই। উল্লিখিত ঘটনাটো যদিও করুণ তথাপি সি পৰোক্ষে হাস্য ৰসৰহে উৎস হৈ পৰিছে কাৰণে নাৰীসকলৰ ভয় যে অমূলক তাক পাঠকে ইতিমধ্যে জানে আৰু ই প্রধানকৈ হাস্যৰস ব্যঞ্জক হৈ উঠিছে কবিৰ "ধূমকেতু" "পুত্রখালি" আদি বাচকবনীয়া শব্দৰ প্রয়োগৰ কাৰণে। সেয়েহে ইংৰাজীত কোৱা হয় "The style is the man himself". একোজন প্রতিভাশালী লিখকৰ ৰচনাত তেওঁৰ স্বতন্ত্র প্রকাশ ভঙ্গীয়ে বিশেষকৈ ক্রিয়া কৰে। সেয়েহে ৰসৰাজ বেজবৰুৱা দেৱৰ ৰচনাত আমি আনকি করুণ ঘটনা পঢ়িও হাঁহি হাঁহি মৰোঁ। এইটো সম্ভৱ হৈছে বেজবৰুৱাৰ নিজা ৰচনা-ভঙ্গীৰ ( style ) কাৰণেহে বিষয় বস্তুৰ কাৰণে নহয়।

শ্রীশঙ্কৰদেৱৰ নাট সমূহতো আমি মাজে মাজে হাস্য ৰসৰ সোৱাদ নেপাই নাথাকো। এই নাটবিলাক এটি বিশেষ উদ্দেশ্য সাধনৰ কাৰণে ৰচিত হৈছিল যদিও প্রতিভাশালী কবিয়ে সেইবিলাক দর্শকৰ হৃদয়ৰঞ্জক কৰি তুলিবলৈ যত্নৰ ক্রুটী কৰা নাছিল—রুক্মিণীহৰণ নাটত—

শ্রীকৃষ্ণক দ্বাৰকাৰ পৰা আনোতে ৰথৰ বেগত বাটতে বেদনিধি বিপ্র মূর্চ্ছা গ'ল।

সূত্র॥ "তাহে পেখিয়ে শ্রীকৃষ্ণঃ হা হা বুলি সিৰে জল সিঞ্চিয়ে ফুঙ্কি ফুঙ্কি ধাতু আনল॥ কৃষ্ণ বোল॥ হে বেদনিধি ঃ স্বস্থ হৱ স্বস্থ হৱ॥ কৃষ্ণক আশ্বাস শুনি এ ঃ কৈচে চেতন পাই ঃ বিপ্র বোল হে বাপু ঃ তুহু বা কে ঃ হামু বা কুন ঃ কি নিমিত্ত এথা আৰলু থিক॥ শ্রীকৃষ্ণ বিহসি বোল॥ হামু দ্বাৰকাৰ কৃষ্ণ ঃ তুহু বেদনিধি ঃ রুকমিণী পথাৱল তন্নিমিত্ত তুহু হামু কুণ্ডিলে চলৈচি॥

সূত্র॥ তাহে শুনিত্র ঃ বিপ্র বাহু মেলি কৃষ্ণক ধৰল॥

বিপ্র বোল ॥ হা হা বাপু বর্ত্তলু ঃ হামু ক্ষনেকে মৰি জাঞোঁ ঃ তোহাক নিমিত্তে পুহু উপজলোঁ ।

সূত্র ॥ ব্রাহ্মণ কম্পয় দেখি ঃ শ্রীকৃষ্ণ আশ্বাস বুলি স্বস্থ কয়ল ॥

ৰুক্মিণীহৰণ নাটখনিত হাস্য, করুণ, বীৰ, আদি, ৰৌদ্র আৰু শান্ত ৰসৰ অপূর্ব্ব সমাবেশ ঘটিছে । পাৰিজাত হৰণ নাটকতো নাৰদৰ চৰিত্রটি মহাপুৰুষ শঙ্কৰদেৱৰ হাস্যৰস সৃষ্টিৰ উজ্জ্বল নিদর্শন । শ্রীকৃষ্ণক পাৰিজাত ফুল এপাহ উপহাৰ দি ঠাইতে সুৰুকা মাৰি সত্যভামাৰ ওচৰলৈ গৈ নাৰদে কি কৈছে চাওক ।—

হা হা মায় ঃ কি কহব ঃ ঐ সব কথা কহিতে দোষ ঃ হামু দেৱ-দুর্ল্লভ পাৰিজাত পুষ্প স্বর্গহন্তে আনি ঃ কৃষ্ণক হাতে দেলো ঃ সে পাৰিজাত জে নাৰী পৰিধান কৰে ঃ সে পুষ্পক মহিমায়ে ঃ পৰম সোভাগিনী হয় ঃ ইহা জানি হামু বোললু ঃ ওহি পাৰিজাতক যোগ্য দেৱি সত্যভামা ঃ তথি কৃষ্ণ কয়লি কি ঃ তোহাক কটাক্ষ কৰিএ ঃ আপুন হাতে পুয়া ৰুকমিণীক মাথে ঃ পৰম সাদৰে সে দিব্য পাৰিজাত পিন্ধাঅল ঃ অ ঃ তোহাক জীৱন ধিক ধিক ঃ সতিনিক অভ্যুদয় দেখি ঃ কি নিমিত্তে প্রাণ ধৰয়ে ঃ মায় তুহুঁ জীয়ন্তে মৰল হা হা বিস্তৰ কি কহব ॥

.পাৰিজাত হৰণ কৰিবলৈ যাওঁতে স্বর্গৰাজ্যত সত্যভামা আৰু শচীৰ কাজিয়াখন একালে যেনেকৈ নিভাজ অসমীয়া সমাজচিত্র আনহাতে হাস্যৰসৰ উজ্জ্বল নিদর্শন হিচাবে মহাপুৰুষৰ কাপ-পৰিচালনা সার্থক কৰিছে ।

সছি বোল ॥ আৰে সত্যভামা ঃ তোহাৰি স্বামি মাধৱক কথা হামু সব জানি ঃ ওহি গোপি-বিটাল গোপাল ঃ উনিকৰ আগু গোকুলক স্ত্রী নাহি ৰহল ঃ দেখো কংসক দাসি কুবুজি তাতেক হাত এড়াল নাহি ঃ তাহেক আৰ কি কহব ঃ ঐচন অনাচাৰি কৃষ্ণত গৰৱ কৰে কহোঁ ঃ হামাক পাৰিজাত নিয়া জায় ঃ অঃ ৰজ্রপাতে সৱংশ নাস ভেলি ঃ জানব ॥

সত্যভামা বোল ॥ আৰে ইন্দ্রানি ঃ জগতক পৰম গুৰু ঃ হামাৰ স্বামি ঃ জাহেৰ নাম সুমৰিতে ঃ মহা মহা পাপিসব সংসাৰ নিস্তৰে ঃ তাহেক অতৰে নিন্দা কৰহ ঃ অৰে নিলাজিনি ঃ মৰিতে নজান ঃ তোহাৰি স্বামি ইন্দ্রক কথা কহিতে ঘিনাসে উপজে ঃ দেখো অত্রাৰতীক যত বেশ্যা ঃ তোহাক স্বামিক সে নাহি আঁটল ঃ তোহাৰি স্বামি কয়লি কি ঃ গৌতম ঋষিক ভার্য্যা অহল্যা ঃ তাহেক মায়া কৰি কহু ঃ জাতি ভ্রষ্ট কয়ল ঃ তন্নিমিত্তে সব সৰিৰ ঢাকি ঃ জোনিভাক ভেল ঃ অৰে পামৰি ঃ ঐচন ইন্দ্রক হামাক আগু বখানহ ॥

মাধৱ দেৱৰ 'যাত্রা' আৰু 'ঝুমুৰা' সমূহ শিশু শ্রীকৃষ্ণৰ বাল্যলীলাৰ চিত্র। এইবিলাক স্বভাৱতে হাস্যোদ্দীপক। তাৰ ভিতৰতো 'অর্জ্জুন ভঞ্জন' যাত্রাৰ 'যশোদা' চৰিত্র মাধৱদেৱৰ হাস্য-ৰস সৃষ্টিৰ উজ্জ্বল নিদর্শন হিচাবে চিৰকাল জিলিকিব। এই 'যাত্রা'ত নন্দ আৰু যশোদাৰ কাজিয়াখন অসমীয়া সমাজ চিত্রৰ উজ্জ্বল নিদর্শন আৰু অতিশয় হাস্যৰস উদ্দীপক ।—

নন্দ বোল ॥ আহে দাসিক দাসি বান্দি ঃ ঢাঙ্গিৰ :গোৱাৰি ঃ ওহি প্রাণপুত্র কৃষ্ণক কমন অপৰাধে গৰুক পাগে ঃ জৈছেন খণ্ট চোৰ সক্রক বান্ধয় ঃ তোহোঁ সোহি পৰকাৰে ঃ বন্ধন কয়লি ঃ তোহাৰি কোন সত্রু হামু কত তপ কৰিএ ঃ

দেৱক বলে ঃ বৃদ্ধ বয়সত ঃ কৃষ্ণক পুত্ৰ পাৱল ঃ সোহি প্ৰাণ পুত্ৰ বৃক্ষ পৰিএ খেনোক মৰি জাই ঃ গোসাঞিক ৰবেসে এড়াৱল ঃ তোহো কি নিমিত্তে মানুষ ভেলি ঃ বাক্যসাতা অধিক ঃ আপুন পুত্ৰক খাইতে চাৱল ঃ কৃষ্ণক নখাই হামাক খায়। আহে নাগিনি ঃ তোহাক বস্তুৰে নাণ্টল ঃ কোন ছাৱ কলসা ভাঙ্গল ঃ হামাৰ ঘৰে দধি-দুগ্ধ লবনু কে পুছত ঃ নদি বহাইতে পাৰো ঃ তাহেৰ নিমিত্তে কৃষ্ণক আঁতয়ে সাতি কয়লা ঃ তোহাক আযু মাৰিয়ে প্ৰাণ লেৱব ঃ বহু বহ হামাক বাত বুঝব ॥

সূত্ৰ ॥ ওহি বুলি নন্দে মাৰিতে ধাৱল ঃ দেখিয়ে ৰোহিণী ৰাখল আসিয়া। তদন্তৰ যশোদা নন্দক বোল ॥—

আহে বুঢ়িয়া ঃ কাহেক আগে ঐছন ৰাগ দেখাৱ ঃ তোহাৰি আজি ভাৱনা চুৰ কৰব ঃ তুহু হামাৰি ৰাখোৱাল ঃ নিসা ভাগে উঠিয়ে ঃ কলসা কুণ্ডিয়া বাঞ্চকা সিকিয়া ঃ জুড়িয়ে কান্ধে কৰিএ ঃ মলিন বসন পৰিয়ে ঃ গোষ্টক চলবি ঃ ধেনু ৰাখবি ঃ গাই দুহিবি ঃ দুধক ভাৰ বহিবি ঃ হামু ঝনকটা কৰকটা ঘোস জে বস্তু দেৱব তাহেক ভোজন কৰবি ঃ তুহো গৃহেৰ কোন অধিকাৰ ঃ ইহাৰ ভাল মন্দ কি জানস ঃ হামু গৃহেৰ গৃহিণী ঃ সব অধিকাৰ হামাৰ। আহে বুঢ়িয়া ঃ তোহাক কে পুছত ঃ ছিঃ হামাক মাৰিতে আৱল ঃ হামাক চাটু বুলিতে জনম জাই ঃ আযু ৰাগ ছড়ল ঃ চিঃ ঘিনাসে লাগে ঃ হামু কথা কহিতে জানু ঃ সব লোকে মন্দ বোলব ঃ কি কৃষ্ণক ধুৱাইতে ধুৱাইতে দুখ পাৱল ঃ হামাক মাৰিতে আসা কয়ে থিক। আহে ৰোহিণী ঃ তুহুঁ বাধা নাহি কৰবি ঃ হামাক মাৰিয়ে ৰহোক ঃ তবে হামাৰ বোল বুঝব ॥

বৈষ্ণৱ যুগৰ হাস্যৰসিক আন দুজন কবি হৈছে ৰাম সৰস্বতী আৰু শ্ৰীধৰ কন্দলী। ৰাম সৰস্বতীৰ 'ভীম চৰিত্ৰ' আৰু শ্ৰীধৰ কন্দলীৰ 'কাণখোৱা' পুথি হাস্যৰসৰ উজ্জ্বল চানেকি হিচাবে অসমীয়া সাহিত্যত চিৰকাললৈ জিলিকি থাকিব। কাণখোৱা—"ঘুমটি যায়োৰে, ওৰে কানাই, দুৰে

কাণখোৱা আসে।
সকল শিশুৰ কাণ খাই খাই আসয়
তোমাৰ পাসে॥"

আদি ধুহুটীয়া ৰীতিৰে কবিয়ে এই সকু পুথি-খনিত ভগৱান শ্ৰীকৃষ্ণৰ মাক যশোদাৰ লগত কথোপকথনৰ এটি সমুজ্জ্বল চিত্ৰ ডাঙ্গি ধৰিছে। এই সকু পুথিখনিত কবি শ্ৰীধৰ কন্দলীৰ শিশু মনোবিজ্ঞান সম্পৰ্কে নিখুত জ্ঞানৰ চিনাকি পোৱা যায়।

আধুনিক অসমীয়া সাহিত্যত হাস্যৰসে ইংৰাজীৰ প্ৰভাৱত পৰি এটি নতুন ৰূপ ধাৰণ কৰা দেখা যায়। ইংৰাজী সাহিত্যৰ আমদানিৰ লগে লগে পশ্চিমীয়া ৰীতি অনুযায়ী অসমীয়া সাহিত্যত হাস্য ৰসৰ গদ্য, পদ্য নাটক এই তিনিটি ধাৰাত তিনি সুতি হৈ বৈ গৈছে। সাহিত্যিক ওজা হেমচন্দ্ৰ বৰুৱাই 'অৰুণোদয়'ৰ যুগতে 'কানীয়াৰ কীৰ্ত্তন' ধুহুটীয়া নাটকেৰে অসমীয়া ধুহুটীয়া নাটকৰ প্ৰথম ভেটি বান্ধে। এই নাটক প্ৰকাশ প্ৰায় ১৮৬১ খৃষ্টাব্দত। তাৰ পাচত ক্ৰমান্বয়ে ৰসৰাজ বেজবৰুৱাই লিটিকাই (১৮৮৯ খৃঃ) জোনাকীত প্ৰকাশ কৰি অসমীয়া ধুহুটীয়া নাটকৰ জোৱাৰ আনে। ক্ৰমান্বয়ে তেখেতৰে 'নোমল' 'পাচনি', 'চিকৰ পতি নিকৰ পতি' প্ৰকাশলৈ আহে। সমসাময়িক অসমীয়া

সাহিত্যৰ কৃতী পূজাৰী পদ্মনাথ গোহাঞি বৰুৱা দেৰৰ 'টেটোন তামুলী' (১৯০৯) 'গাওঁবুঢ়া' (১৮৯৭) 'ভূতনে ভ্ৰম' (১৯২৪) প্ৰকাশ পায়। শ্ৰীমিত্ৰদেৱ মহন্ত দেৱে অসমীয়া ধেমেলীয়া নাট ৰচনা কৰাত বিশেষ কৃতিত্ব অৰ্জ্জন কৰে। এখেতৰ 'কুকুৰী কণাৰ আঠমঙ্গলা', 'বিয়া-বিপৰ্য্যয়', 'নিবোকা ৰজা' 'লেকলৌ লানি', 'টেঙ্গৰ-ভেঙ্গৰ,' 'চেচাজৰ', 'অচীন কাথৰ ঠোবা', 'বম ফটকাৰ', 'এটা চুৰট' আদি ধেমেলীয়া নাটক সমূহে অসমীয়া হাস্য ৰসাত্মক নাট্যাভিনয়ত এটি নতুন ধল বাগৰায়। শ্ৰীকুমুদ বৰুৱাৰ 'গুদ্-নাইট চাৰ', 'বৰযাত্ৰী', 'লিমিটেড কোম্পানী' আদি সৰু সৰু নাটকবোৰে, শ্ৰীকৰুণাধৰ বৰুৱাৰ 'মধু মাষ্টৰৰ গৰু, শ্ৰীকুমুদেশ্বৰ বৰঠাকুৰৰ 'ঢোৰোক পণ্ডিত', শ্ৰীপদ্মধৰ চলিহাৰ 'কেনেমজা' শ্ৰীবৃন্দাবন গোস্বামীৰ 'ঠানু বাপু' আদি খুহুটীয়া নাটসমূহ এই বিষয়ত উল্লেখ যোগ্য।

আধুনিক অসমীয়া সাহিত্যত হাস্যৰসাত্মক ৰচনাবো পাতনি তবে প্ৰথমতে ৺হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে বং-চং ভিতৰি কোৱাভাতুৰী'য়ে। ৰসৰাজ বেজবৰুৱা সাহিত্যৰ এইটি শাখাৰ উজ্জ্বলতম নক্ষত্ৰ বুলি অৱশ্যে স্বীকাৰ কৰিব লাগিব। তথাপি এই বিষয়ত বাট দেখুওৱাঁতা হিচাবে ৺হেমচন্দ্ৰ বৰুৱাৰ আসন যুগমীয়া হৈ থাকিব। বেজবৰুৱাৰ ৰচনাৰ ওপৰত হেমচন্দ্ৰ বৰুৱাৰ প্ৰভাব পোনপটীয়াকৈ নহলেও আওপকীয়াকৈ পৰিছিল তাকো স্বীকাৰ নকৰি নোৱাৰি। ৺হেমচন্দ্ৰ বৰুৱাৰ 'কোৱাভাতুৰী' 'গোবৰ্দ্ধন ডেউ' 'আতা পৰমেশ্বৰ'ৰ চাব বেজবৰুৱাৰ 'নোমল' নাটকৰ আটটয়াবৰীয়া সত্ৰাধিকাৰৰ ওপৰত পোনপটীয়া ভাবেই পৰিছে। আকৌ 'কোৱাভাতুৰী'ৰ ভণ্ডেশ্বৰ বৰুৱাৰ গা অসুখ দেখুৱাই ডাঙৰ মানুহ বোলাবলৈ যোৱা চৰিত্ৰৰ লগত বেজবৰুৱাৰ 'চিকৰপতি নিকৰপতি' নাটকৰ সুতুলী গোহাঁইৰ চৰিত্ৰৰ বেচ মিল দেখা যায়। 'কোৱাভাতুৰী'ৰ ইটুৱেল চাহাবৰ বিচাৰ চ'ৰাৰ লগত বেজবৰুৱাৰ চিকৰপতি নাটকৰ চিকুনপুৰৰ বিচাৰ চ'ৰাৰ বেচ মিল দেখা যায়। হেমচন্দ্ৰ বৰুৱাই হাস্য আৰু ব্যঙ্গাত্মক ৰচনাৰ যি দুৱাৰ মেলি থৈ গ'ল সেই দুৱাৰেদি ঘৰ সোমাই *শান্ত নোহোৱা কচকচীয়া লৰা "বেজবৰুৱা সোমাই *হাস্য ৰসৰ সৃষ্টি স্থিতি প্ৰলয়" কৰিলে আৰু অসমীয়া সাহিত্যত— *তোমাক দিলো 'ৰসৰাজ' উপাধি তুমি লোৱা এতিয়াই"—উক্তিৰে 'ৰসৰাজ' হৈ চিৰকাললৈ বহি থাকিল। ওপৰত উল্লেখ কৰা নাটক কেইখনিৰ বাহিৰেও—কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, কৃপাবৰ বৰবৰুৱাৰ ওভটনি, ভাবৰ বুৰবুৰণি, জোনবিৰি আদি কিতাপ আকাৰে প্ৰকাশ পোৱা ৰচনাসমূহ আৰু বাঁহী আদিত প্ৰকাশ পোৱা আন অলেখ খুহুটীয়া ৰচনা বেজবৰুৱাৰ অসমীয়া সাহিত্যলৈ অনুপম দান। হাস্য ৰসাত্মক ৰচনাৰ অন্যান্য উল্লেখযোগ্য অৱদান সমূহ হৈছে ৺গুণাভিৰাম বৰুৱাৰ "কঠিন শব্দৰ ৰহস্য ব্যাখ্যা", ৺সত্যনাথ বৰাৰ 'কেন্দ্ৰসভা', ৺লম্বোদৰ বৰাৰ 'সদানন্দৰ কলাঘুমটি' আদি প্ৰৱন্ধ আৰু শ্ৰীমহীশচন্দ্ৰ বৰাৰ 'প্ৰমীলাৰ ৰাজ্য' আদি খুহুটীয়া ৰচনাসমূহ। শ্ৰীমহীশচন্দ্ৰ বৰাৰ খুহুটীয়া ৰচনাসমূহ কিতাপ আকাৰে উলিয়ালে ২ খনিমান মূল্যৱান কিতাপৰ শাৰীলৈ উঠিলহেতেন যদিও

*বেজবৰুৱাৰ নিজৰ ৰচিত "বৰবৰুৱা লম্বাই সম্বাদ" ৰচনাৰ পৰা।

তেখেতৰ পৰা এই বিষয়ৰ সোৱাদ লগা ৰচনা আৰু কিছু পাবলৈ আশা থাকি গ'ল।

হাস্য ৰসাত্মক কবিতা পুথি লিখাত ৰসিক কবি ৺দণ্ডিনাথ কলিতা দেৱৰ ৰহঘৰা (১৯১৬) ৰগৰ (১৯২২) দীপ্তি (১৯২৮) আৰু বহুৰূপীৰ(১৯২৬) অৱদান বিশেষ ভাবে উল্লেখ কৰিব পাৰি। শ্ৰীচন্দ্ৰধৰ বৰুৱাৰ ৰঞ্জনতো কেইটিমান বাচকবনীয়া খুহুটীয়া কবিতা আছে। ৺বলিনাৰায়ণ বৰা দেৱৰ 'ডাঙৰীয়া' খুহুটীয়া কবিতাটি এই বিষয়ত চিৰস্মৰণীয় হৈ ৰ'ব। এই কবিতাৰে কেইশাৰী-মান তলত উল্লেখ কৰি 'মধুৰেন সমাপয়েৎ' কৰা হল।—

ডাঙৰ দীঘল ভূনি মৰা মূৰত ডাঙৰ পাগ।
বিয়াই-সভাই ডাঙৰ চৰুত পায় ডাঙৰ ভাগ॥
ডাঙৰ জাপিৰ তলত যায় ডাঙৰ পীৰাত বহে।
ডাঙৰ হোকাত ধপাত খায় ডাঙৰ ডাঙৰ কাহে॥

*　*　*　*

ডাঙৰ থৈণীক চুলিত ধৰি মাৰে ডাঙৰ চৰ।
ডাঙৰ চাউলৰ ভাত দিয়ে তাঁত শালত ঘৰ॥

*　*　*　*

তিৰোতাৰ আগত পুৰুষালি গোলামক খুন্দা যম।
লৰাৰ আগত ৰৰকথা সমনীয়াৰ আগত কম॥
চাপ্ৰাচিৰ আগত কেকোৰাকেকুৰী চাহাবৰ
আগত কুঁজা
এওঁৱেই আমাৰ অসমৰ ডাঙৰীয়া বুজা॥

---

> সাহিত্যসঙ্গীতকলাবিহীনঃ সাক্ষাত পশুঃ
> পুচ্ছ বিষাণ হীনঃ।
> তৃণং ন খাদন্নপি জীৱমানস্তদ্‌ভাগধেয়ং
> পৰমং পশূনাম্॥

# গান্ধীজীয়ে আমাৰ পৰা কি বিচাৰে

—'বিচপ'—

মহাত্মাসকলৰ মুখৰ যি বাণী,—সেই বাণীৰ পৰাই সৰ্ব্বসাধাৰণ মানুহে পায় জীৱনৰ গতি পথৰ নোপোৱা সন্ধান। আন্ধাৰত খপ্‌জপাই কিবা এটাত ধৰিবলৈ হাত মেলো যেতিয়া, তেতিয়া যদি আমাৰ হাত পৰে কাৰবৰ বেৰখনত,—সেই বেৰতে হাত দি দি আমি যদি খুপি খুপি আগবাঢ়ি যাওঁ, আমি পাওঁ মুকুতিৰ পথ—সেই পথেদি যদি দূৰলৈ চাওঁ, হয়তোবা আমি পাওঁ দূৰৰ ৰিণি ৰিণি পোহৰৰ অকণি সন্ধান, সেই সন্ধানকে লক্ষ্য কৰি যদি আমি আৰু আগবাঢ়ো,—যদি দূৰক ওচৰ কৰি কৰি আৰু আগবাঢ়ি গৈ থাকিবলৈ আমাৰ থাকে ধৈৰ্য্য—আমি আমাৰ লক্ষ্যস্থল পাওঁ। সেই পোহৰৰ ঝলকবোৰ তেতিয়া আমাত প্ৰতিফলিত হৈ আকৌ আমাৰ নিচিনা আমাৰ পাচৰ যাত্ৰীবোৰৰ কাৰণে প্ৰতিবিম্বৰ পোহাৰ মেলি দিয়ে। সিহঁতেও তেতিয়া পায় নিজ নিজ পথৰ সন্ধান। —মহাত্মাসকলৰ বাণীয়ে আমাক গতিপথৰ নোপোৱা সন্ধান দিয়ে।......

মহাত্মা কোন? মহাত্মাসকল আজন্ম মহাত্মানে? তেওঁলোকৰ জন্ম, তেওঁলোকৰ জীৱন-নিৰ্ব্বাহ, তেওঁলোকৰ মৃত্যু—এই সকলোবোৰ সৰ্ব্বসাধাৰণৰ পৰা পৃথকনে? কোনো মহাত্মাৰ জীৱনীয়ে সেই কথা আমাক কোৱা নাই। কোনোবা মহাত্মাৰ জন্মৰ সময়ত আকাশত তৰা এটাই তেওঁৰ জন্মৰ আৰু জন্ম স্থানৰ সঁহাৰি দিছিল, কোনোবা মহাত্মাৰ জন্মৰ সময়ত দেৱ বাদ্যবোৰ আপুনি বাজি উঠিছিল,—এইবোৰ বুৰঞ্জীও নহয় আত্ম জীৱনীৰ উক্তিও নহয়। আকাশৰ চন্দ্ৰটোৰ বুকুত থকা শহাটোক যিসকলে শহা বুলিয়েই বিশ্বাস কৰিব, সেই সকলে এই খিনিও বিশ্বাস কৰিব; আনে নকৰে। কিন্তু, দৰাচলতে মহাত্মাসকল মহাত্মা হ'বৰে কাৰণে জন্ম হ'লেও জন্মতে মহাত্মা নহয়, এই কথা সঁচা। তেওঁলোকৰ চিন্তা, তেওঁলোকৰ অতিমানুষি কাৰ্য্যাৱলী তথা তেওঁলোকৰ মহত্বইহে তেওঁলোকক মহাত্মা কৰি তোলে। সৰ্ব্বসাধাৰণৰে দৰে জন্ম গ্ৰহণ কৰিলেও তেওঁলোক আগবাঢ়ে নিজৰ জীৱাত্মাক পৰমাত্মাৰ লগত একে কৰি দিবলৈ—তেওঁলোকে নিজৰ মাজত বিৰাট পৰমাত্মাক দেখা পায়—পৰমাত্মাকো নিজৰ লগত অভিন্ন বুলি উপলব্ধি কৰে। সেই উপলব্ধিয়েই তেওঁলোকক কৰে মহাত্মা।

দৰ্শনৰ কথা ইমানতে সামৰি আমি চিন্তা কৰো—আমাৰ মনোগোচৰত থকা কেইজনমান মহাত্মাৰ কথা।

হিন্দু শাস্ত্ৰই কোনোবা 'নমনা' দিনৰে

পৰা চিঞৰি কৈছিল এটা কথা—যি কথাই মানুহলৈ দি গৈছিল বিশ্ব ভ্ৰাতৃত্বৰ অমৰ বাণী। 'সোঽহং'—এই মহা বাণীয়ে পৰমেশ্বৰ আৰু এই তেওঁৰ সুন্দৰ সৃষ্টিখনক এক কৰি দিলে, আমি সকলোবোৰ হৈ পৰিলো 'ব্ৰহ্মৈৱ'—আমাৰ এই 'এক' সত্যৰ বাহিৰে আৰু ক'তো কেনিও 'নাপৰম্'।

প্ৰায় দুহেজাৰ বছৰ হ'ল,—সৃষ্টিৰ অন্য কথা বাদ দি অকল মানুহৰ ভিতৰতে গাৰ মঙ্গহে গাৰ মঙ্গহক চিনি নোপোৱা হ'বলৈ ধৰিলে,—মানুহে নিজৰ মাংসল 'নিজ'টোকে সত্য বুলি ভাবি এই নগন্য 'নিজ'টোৰ বাহিৰে আন কতো একো নাই, যদি আছে সেই সকলোবোৰ তুচ্ছ বুলি ভাবি প্ৰত্যেকেই নিজৰ কাৰণে সত্য আৰু পৰৰ কাৰণে অসত্য হৈ পৰিল,—মানুহে মহাবাণী 'সোঽহং' পাহৰি পেলালে। তেতিয়া এজন মহাত্মা আমাৰ মাজলৈ আহিল। তেওঁ কলে 'মই আৰু মোৰ পিতা এক' ( I and my father are one )।

জগতত তোলপাৰ লাগিল। ঈশ্বৰৰ পুত্ৰ বুলি পৰিচিত এই মহাত্মাজনে দিয়া এই এআৰাৰ বাণীয়ে প্ৰকাৰান্তৰে হ'লেও সোঁৱৰাই দিলে সেই মহাবাণী সোঽহং'। কোনে কাক হিংসা কৰে? মানুহে কাক মাৰে,—মৰে কোন? ক্ৰচ বিদ্ধহৈ জানো মানুহ মৰিব পাৰে? ক'তা? এয়া চোৱা, মোৰ অসাৰ্থক মাংসল দেহাটোত তোমালোকে গজালেৰে খুচি মাৰিলেও মই কিন্তু মৰা নাই। মই এয়া সজীৱ, সচেতন। কাৰণ মই যে ঈশ্বৰৰ,—অমৃতৰ সন্তান। তুমিও সেয়ে আৰু তোমাৰ ওচৰ-চুবুৰীয়াও সেয়ে। মানুহে তেতিয়া 'নৈনং চিন্দন্তি শস্ত্ৰানি. নৈনং দহতি পাৱকঃ' যি মানুহৰ মাজৰ সত্য বস্তু যি বস্তু 'নিত্যঃ সৰ্ব্বগতঃ স্থাণুৰচলোয়ং সনাতনঃ', তাক চিনি পালে,—পৃথিবীত শান্তিৰ সোঁত বলে।

'সোঽহং' এই মহাবাণী প্ৰচাৰ কৰিবলৈ বুদ্ধ আহিল, শঙ্কৰাচাৰ্য্য আহিল, ৰামকৃষ্ণ-বিবেকানন্দ আহিল, শঙ্কৰ-মাধৱ আহিল আৰু বহুতো আহিল। কিন্তু মানুহৰ স্মৃতি-বিভ্ৰমতা সৃষ্টিৰ এটা অবিস্মৰণীয় নিয়ম। সেয়েহে মানুহে পাহৰি যায়। পাহৰি যায়,—কিন্তু সোঁৱৰাবলৈ আকৌ আহে কোনোবা মহাত্মা। এতিয়ালৈকে যিসকল আহিছে, তাৰ ভিতৰৰ শেষজন, মহাত্মা মোহন দাস।

'বাপু, তুমি আমাৰ পৰা কি বিচাৰা? আমাক এটি বাণী দি আমাৰ পথৰ সঙ্কেত দিয়া।'—পথহাৰা পথিকে 'কেনি যাম?' বুলি সোধাৰ দৰে,—বুৰিব খোজা জাহাজৰ যাত্ৰীয়ে 'লাইফ্-বেল্ট' বিচাৰি আকুটি কৰাৰ দৰে, প্ৰচণ্ড ভূ-কম্পত 'হৰি বোল' বোলা আকুলতা লৈ কৰা এই প্ৰশ্নৰ উত্তৰত বাপু মোহন দাসে ক'লে মাথোন এটা কথা—'মোৰ জীৱনেই মোৰ বাণী'। আৰু কথা নাই।

·····কিমান শক্তিৰে শক্তিমান এই বাণী! 'মোৰ জীৱনেই মোৰ বাণী'। আৰু কেইজনে ক'ব পাৰে বাৰু?—সংঘাটেৰে ভৰা যি জীৱন,—ধনীৰ দুলাল হৈ কৌপিনধাৰী, দৰিদ্ৰাহাৰী যি জীৱন,—যি জীৱন শত গঞ্জনা, হাজাৰ চমতাৰ কোব, লক্ষ লক্ষ লঘু-লাঞ্চনাৰে ভৰা,—সেই জীৱন আকৌ মহাত্মাৰ বাণী? সেই জীৱনেইনেকি আমাৰ সকলোৰে অনুকৰণীয়?—আমি তেওঁৰ জীৱনানুসন্ধান কৰোঁ।

ধনীৰ দুলাল মোহন দাসে ধন ঘটাৰ আশাৰেই বেৰিষ্টাৰী পঢ়িছিলগৈ, বেৰিষ্টাৰী আৰম্ভ কৰিছিল সেই একে আশাৰেই।

লাজ, সঙ্কোচেৰে ভৰা মোহন দাসৰ মনটো বেৰিষ্টাৰীৰ কাৰণে উপযুক্ত নাছিল। প্ৰথম দিনতেই বেৰিষ্টাৰী জীৱনটোৰ শেষ কৰি দিওঁ বুলি, পোৱা টকা কেইটাও মক্কেলক ঘূৰাই দি তেওঁ আদালতৰ পৰা ওলাই আহিল।—হাইস্কুলৰ শিক্ষকতা বিচাৰি হাবাথুৰি খালে,—স্কুলৰ মাষ্টৰীও তেওঁৰ ভাগ্যত নাই—তেওঁ যে 'গ্ৰেজুৱেট্' নহয়। অথচ ধন তেওঁক লাগিবই। —ভাৰতত যি কাম সাধ্যাতীত হ'ল,—সেই বেৰিষ্টাৰী কামকে কৰিবলৈ তেওঁ গ'লগৈ সুদূৰ আফ্ৰিকালৈ। ধনৰ কাৰণেই গৈছিল যদিও, তাত গৈ পৰ্য্যাপ্ত পৰিমাণে ধন ঘটিছিল যদিও তাত তেওঁ এনে কিছুমান পৰিস্থিতিৰ মাজত নিজক সোমাই পৰা দেখা পালে যে তেওঁ জীৱনত প্ৰথম বুজিলে যে ধনেই পৃথিবীত একমাত্ৰ 'সত্য' নহয়। বৰঞ্চ ধন সেই সত্য উপলব্ধিৰ পথৰ প্ৰয়োজনীয় অন্যান্য বহুতো আহিলাৰে দৰে এটা অপৰিহাৰ্য্য আহিলা মাথোন।—তেওঁ যিমান ধন ঘটিলে সকলোবোৰ অকাতৰে খৰছ কৰিলে হাজাৰ কাতৰ জনৰ কল্যাণৰ কাৰণে। হাজাৰ জনৰ কল্যাণৰ কাৰণে নিজক বিলাই দিয়াতে তেও তৃপ্তি পালে। তেওঁৰ সকলো ত্যাগৰ বিনিময়ত তেওঁ পালে লঘু-লাঞ্ছনা, পালে মানুহৰে পৰা অমানুষিক ব্যৱহাৰ। তেও কিন্তু বিচলিত নহ'ল। তেওঁ এই আফ্ৰিকাতে প্ৰথম বাৰৰ কাৰণে 'সত্য'ৰ পৰিচয় পালে; তেওঁ তাতেই আৰম্ভ কৰিলে জীৱনৰ প্ৰথম 'সত্যাগ্ৰহ'।

যি বস্তু আছে (সৎ) সেয়ে 'সত্য'। যিটো নাই,—যিটো মানুহৰ কল্পনা তথা ভ্ৰম মাথোন,—সেয়ে 'অসত্য'। নিজকে নিজে তেওঁ সুধিলে—'এই বিশ্বত বাৰু আছে কি? সত্য কি?' নিজেই তেওঁ তাৰ উত্তৰ পালে,—'আমি সকলোৱেই সত্যৰ কণিকা। এই সকলো কণিকাৰ সমষ্টিয়েই অপ্ৰকাশ্য,—জ্ঞানাতীত পৰম সত্য,—সেয়ে পৰমেশ্বৰ।' (We are all sparks of Truth. The sum total of these sparks is indescribable, as-yet-Unknown-Truth,—which is God.')

এই যে মহা সমষ্টিৰ তথা পৰমসত্য পৰমেশ্বৰৰ মাজত নিজক আৰু নিজৰ মাজত মহা সমষ্টিক বিচাৰি পোৱা, এয়ে মোহন দাসক কৰি তুলিলে মহাত্মা। 'গুৰুজী' ৰবীন্দ্ৰনাথে প্ৰাণ খুলি ক'লে 'মোহনদাস মহাত্মা'—জগতে স্বীকাৰ কৰিলে 'মোহনদাস মহাত্মা,'—ধনীৰ দুলালটিয়ে পিন্ধাত কৌপিন, হাতত লাখুটিডালি লৈ আমাক চিঞৰি ক'লে 'আমি সকলোৱেই সত্যৰ কণিকা। সত্যই ভগবান। প্ৰাৰ্থনাৰ সহায়ত মই তাৰে কাষ চাপি যাও'। (I am being led nearer to it by constant prayer)।

... আমাৰ মাংসল চকুৰে আমি আমাৰ নিজৰ দেহাটোকে সম্পূৰ্ণ দেখা নাপাওঁ। আমাৰ মূৰত কুটা এডাল পৰিলে আমাক আনে কৈ দিলেহে তাৰ ভু পাওঁ। আমি আকৌ সমষ্টিক দেখা পাম কেনেকৈ? মনশ্চক্ষু অৰ্থাৎ মনৰ দিব্য চকুৰেহে আমি সমষ্টিক চাব পাৰো। আমি যদি এঠাইত নিৰলে বহি, দুচকু জপাই ধৰি মনৰ ধাৰণাৰে আমাৰ চৌদিশৰ পৰিস্থিতিটোক

চাবলৈ চেষ্টা কৰো, যদি আমি আমাৰ সেই চৌদিশৰ পৰিসৰ বঢ়াই বঢ়াই নি কল্পনাতীত সীমালৈ লৈ যাওঁ,—যদি তাত, সেই অসীম অনন্তদেশত, থকা দৃষ্টিগোচৰ, মনোগোচৰ, শ্ৰুতিগোচৰ সকলোবোৰকে এটা অসীম শূণ্য বুলি ধাৰণা কৰিব পাৰো আৰু শেহান্তত যদি ধাৰণাধাৰী আমাৰ 'আমি'টোকো সেই মহাশূণ্যত বিলীন কৰি নিজে 'একোনাই' হৈ পৰিব পাৰো, তেতিয়াৰ যি দৃশ্য হ'ব, সেয়ে সৃষ্টিৰ মহাসমষ্টি।—সেয়ে পৰমেশ্বৰ। যদি পৰমেশ্বৰ সেয়ে হ'ল, সেই মহাসমষ্টিক খণ্ডিত বিখণ্ডিত কৰিলে যিবোৰ ক্ষুদ্ৰাংশ বাহিৰ হ'ব সেই 'আমি'বোৰ, সেই 'তুমি'বোৰ, সেই 'তেওঁ'বোৰ তেনে কি? সেই পৰমেশ্বৰ তথা সত্যৰে কণিকা। অগণন, অননুমেয় সংখ্যক পানীৰ কণিকাৰ সমষ্টি যেনেকৈ এখন মহাসাগৰ, আমাৰ সকলোৰে সমষ্টিবোৰেই তেনেকৈয়ে 'পৰম সত্য'। গতিকে আমি সকলোবোৰেই, কি মানুহ, কি উদ্ভিদ, কি পশু, কি পক্ষী সকলোবোৰেই অঙ্গাঙ্গী ভাৱে সম্বন্ধীয়া। সকলোৰে স্থিতিৰ মূল্য একে। সেয়েহে কোনেও কাকো হিংসাৰ,—কপটতাৰ চকুৰে চাব নোৱাৰো। এজনে আন এজনক হিংসাৰে, কপটতাৰে চোৱা মানে নিজে নিজকে তেনেকৈ চোৱা। কাৰণ শেষত আমি 'এক'। আমি যে 'সোঽহং'।

'মোৰ জীৱনেই মোৰ বাণী'।—যদি আমি মহাত্মা মোহনদাসৰ জীৱন উপলব্ধি কৰিবৰ চেষ্টা কৰো, আমি মাথোন দেখিম তেওঁৰ জীৱনৰ মূল কথা আছিল বিশ্বপ্ৰেম আৰু, এই বিশ্বপ্ৰেমৰ যোগেদি, সত্যোপলব্ধি। তেওঁৰ জীৱনৰ সমস্ত কাৰ্য্য এই বিশ্বপ্ৰেমৰে সাৰ্থক প্ৰতিফলন মাথোন।

মহাত্মাই আমাৰ পৰাও বিচাৰে 'বিশ্বপ্ৰেম।'

যত দেখু কায়া সুত-বিত্ত-জায়া মায়াকু সব ধন্ধ।
হামু যত জীৱ সিৱ তেৰি অংশা কাহে ওহি মোহ বন্ধ॥

—মহাপুৰুষ শঙ্কৰদেৱ

# বাৰ্দ্ধক্য

মূল লেখক—পাণ্ডেয় বেচন শৰ্ম্মা (উগ্ৰ)
অনুবাদ—ৰামেশ্বৰ শইকীয়া
২য় বাৰ্ষিক (কলা)

শৈশৱ পাৰ হৈ যৌৱনৰ পাছতে উন্মত্ত যৌৱনে খিলখিলকৈ হাঁহি উঠিছিল, বুঢ়াকালত পৰি উচুপি উচুপি কান্দিব ধৰিছে। সেই লৰালিত দুখ নাছিল, সুখময়; সুখেই নহয় স্বৰ্গও আছিল। কিন্তু এই বাৰ্দ্ধক্য দুখেই নহয় নৰকো। শৈশৱৰ দিন কেইটা বাহ! বাহ! আৰু বাৰ্দ্ধক্যৰ দিন কেইটা হাঁয়! হাঁয়!

শৈশৱৰ স্বৰ্গদুৰ্ল্লভ সৰলতাই কৈ উঠিছিল "মা, মোক দোনবাই দিয়া"। যৌৱনৰ দেৱ-দুৰ্ল্লভ প্ৰসন্নতাই কৈ উঠিছিল "খোজৰ ভৰত কঁপক ধৰণী..."। আৰু অঙ্গ গলিতং পলিতং মুণ্ডম্" বৃদ্ধই বাৰ্দ্ধক্যৰ হেঁচাত পঙ্গু হৈ কৈ উঠিছে "পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰ"।

কোনে কয় জীৱনৰ অৰ্থ উত্থান, সুখ, হাঃ হাঃ! এই সকলোবোৰ মিছা, কল্পনা, ফাকি, প্ৰৱঞ্চনা। মোক সোধা মোৰ তিনি শ পঁয়ষষ্ঠীটা দীঘল দীঘল দিন আৰু ৰাতিৰ এক, দুই, দহ, বিশ নহয় সম্পূৰ্ণ ষাঠিটা বছৰক সোধা। সি তোমালোক, সংসাৰৰ আবালবনিতাবৃদ্ধ সকলোকে বুজাই দিব যে জীৱনৰ অৰ্থ বাহ! বাহ! নহয় আহ! আহ! হে, হাঁহি নহয় ক্ৰন্দন হে: স্বৰ্গ নহয় নৰক হে।

কৈশোৰ বা শৈশৱে পোন্ধৰ বছৰ পৰ্য্যন্ত যোৰ তপস্যা কৰি কি পালে? যুৱাৰূপত সৰ্ব্বনাশ, পতন! যৌৱনে বিশ বছৰ পৰ্য্যন্ত কেতিয়াবা ধনৰ পাছত, কেতিয়াবা ৰূপৰ পাছত আৰু কেতিয়াবা মান-যশস্যাৰ পাছত দৌৰি কি কৰিলে? বাৰ্দ্ধক্যৰ ভঁড়ালত সৰ্ব্বনাশ, পতন আৰু সেই বৃদ্ধই বেলা জুৰি নাক বজাই, ভগৱত ভজন কৰি, সিদ্ধিৰ সাধনাত দত্তচিত্ত হৈ, সন্তান সন্ততিৰ লাহ-বিলাহ চাই নিজৰ কাৰণে কি সম্পত্তি ৰাখিলে? সেই সৰ্ব্বনাশ আৰু পতন! মোক সোধা, মই কওঁ, বুকু ফুলাই কওঁ জীৱনৰ অৰ্থ প-ত-ন।

দৈনন্দিন ঘটনা। তুমি দেখিছা, মই দেখিছো, সংসাৰে দেখিছে। প্ৰাতঃকালৰ উদয়াচলৰ মস্তক শোভিত দিনমণি কেনে প্ৰফুল্লিত! সুন্দৰী উষাৰ গাত ফাকু চটিয়াই, গঙ্গাৰ জলধাৰাক, তৰঙ্গক, মৃদুমলয়ানীলক, নীলাম্বৰ দশোদিশক আৰু ভগ-ৱতী প্ৰাচীৰ আঁচলক উন্মাদতাৰে, প্ৰেমৰ গোলাপী

ৰঙ্গেৰে ওপোচাই পেলায়। নিজৰ ভবিষ্যত সোণালী সংসাৰৰ সপোন দেখি মূৰ্খ দিবাকৰো সেই আনন্দতে মতলীয়া হয়। কিন্তু···কিন্তু···।

দৈনন্দিন ঘটা ঘটনা। তুমি দেখিছা, মই দেখিছো, আৰু সংসাৰেও দেখিছে। সন্ধ্যা সময়ত অস্তাচলৰ বুকুত পতিত, মূৰ্চ্ছিত দিনমণি কেনে অপ্ৰসন্ন আৰু নিৰ্জীৱ হৈ পৰে। সেই ৰঙীন শৈশৱ নহয়, উন্মাদ যৌৱন নহয়, সি চলি যোৱা কম্পিত শৰীৰৰ বাৰ্দ্ধক্য। শ্ৰী নাই, তেজ নাই, তাপ নাই, শক্তি নাই। সেই সময়ত সূৰ্য্যই দিনভৰ তপস্যা, ৰস আৰু প্ৰকাশ দানৰ কি ফল পায়? সৰ্ব্বনাশ আৰু পতন। ক্ষিতিজৰ চৰণ কাষত, সমুদ্ৰৰ আকুল তৰঙ্গৰ কাষত পতিত সূৰ্য্যৰ ৰক্ত চিতা জ্বলে। মূৰৰ ওপৰত দৈত্যৰূপী সন্ধ্যাকাল থিয় দি থাকে। প্ৰাচীৰ অভাগীভনী পশ্চিমে জুই জ্বলায়। দিশবোৰ ব্যথিত হৈ ৰক্তাশ্ৰু বোৱায়। ভয়ানক গম্ভীৰতাই প্ৰকৃতিক আগুৰি ধৰে। পতিত সূৰ্য্য চিতাগ্নিত ওতঃপ্ৰোত হৈ পৰে। সেই সময়ত দেখাই দেখে, জ্ঞানীৰ জ্ঞান হয় যে জীৱনৰ অৰ্থ আন একো নহয়, সৰ্ব্বনাশ।

............... ......

এনেহুৱা কথাত দাৰ্শনিক বিচাৰ কৰোতাৰ অভাৱ নাই। অভাৱ কৰ্ম্মীৰ কৰ্ম্মৰহে বিচাৰ আগবঢ়াওঁতাৰ।

জীৱনৰ অৰ্থ পতন বুলি কোৱাতো সহজ। দুই চাৰিটা উদাহৰণ দি নিজৰ মত সবল কৰাটোও কঠিন নহয়। কিন্তু পতন বা সৰ্ব্বনাশকে সম্মুখত ৰাখি জীৱন যাত্ৰাত আগবঢ়াতো কেৱল দুৰুহেই নহয়, অসম্ভৱো।

সেইদিনা বাটটো পাৰ হৈ যাব খুজিছো! এনেতে কিছুমান দুষ্ট ল'ৰাই দেখা পালে। সিহঁতে চিঞৰি চিঞৰি ক'লে, "পলা, পলা, সৌটো হনুমান আহিছে, খাব। কি বিচাৰিছা হনুমান ডাঙ্গৰীয়া? বাঃ পূৰা কিষ্কিন্ধ্যাবাসী"।

কথা কেইটাই হিয়া ভেদি গ'ল। বুঢ়া হলেই মানুহ বান্দৰ হয়নে কি? ইমান অপমান! বৃদ্ধৰ এনে অপ্ৰতিষ্ঠা। বেঁকা কঁকালটো পোনাই মই ক'লো—অদৰ্কাবীহঁত! আজি কঁকাল বেঁকা হ'ল, চকুৰে কম দেখিছো, কাণেৰে কম শুনিছো। আজিৰ সংসাৰ-ছবিখন চকামকাকৈ দেখা পাইছো, আজিৰ বিশ্বৰ ৰাগিনী, অতীতৰ প্ৰতিধ্বনিৰে অস্পষ্ট শুনিছো, কিন্তু সদায় এনে নাছিলো।

তুমি ল'ৰাই হোৱা বা ডেকাই হোৱা, জ্ঞানীয়ে হোৱা বা মূৰ্খই হোৱা কিন্তু তুমি নাজানা যে সংসাৰ পৰিবৰ্ত্তনশীল, তুমি নাজানা যে জীয়াই থাকিলে প্ৰত্যেক শিশুৱেই যোৱান হব আৰু যৌৱনতে যদি শেষ হৈ নাযায় তেন্তে প্ৰত্যেক যুৱকেই এদিন নহয় এদিন হনুমান হব। ল'ৰা আৰু যুৱাৰ হাতত বৃদ্ধৰ যেনে অপমান হৈছে তেনে অত্যাচাৰ যদি বুঢ়ায়ো সিহঁতৰ ওপৰত কৰে তেন্তে ভগবানৰ সৃষ্টিৰ 'ইতি' হ'ব। জন্মোতেই সন্তানক মাৰি পেলাব লাগিব, বৃদ্ধজন হলেই নিজৰ পেট প্ৰৱৰ্ত্তাৱৰ কাৰণে ঘৰৰ পৰা খেদি দিব লাগিব। পৈতৃক সম্পত্তিৰ ওপৰত ৰৰাই কৰাতো নাইকিয়া হৈ যাব।

আজিও শতকৰা নিৰান্নৈজন মানুহ নিজৰ পৈতৃক সম্পত্তিৰ ওপৰতে তথা কৃপাতে গাদীদাৰ হৈ আছে। আজিও হাজাৰৰ ভিতৰত ন শ নিৰান্নৈজন চৌখিন যুৱকে নিজৰ চালে চকু

ৰোৱা পোচাকটো, পাউদাৰ এচেঞ্চ আদি বিলাসৰ সামগ্ৰীৰ কাৰণে বৃদ্ধৰ জোলোঙাতে হাত ভৰাইহে ৰক্ষা পাইছে। আজিও সংসাৰত দয়া, প্ৰেম আৰু মনুষ্যতাৰ কৃষিত পানী দিওঁতা দুৰ্ব্বল হৃদয়ৰ বৃদ্ধহে, মূৰ্খ লৰালি নহয়, উন্মাদ যৌৱন বা যুৱক নহয়। তেন্তে বৃদ্ধৰ ইমান অপমান কিয়? বৃদ্ধৰ প্ৰতি ইমান অশ্ৰদ্ধা কিয়?

কিন্তু মোৰ ইমানবোৰ বক্তৃতা লৰাবোৰৰ কাণত নোসোমাল। সিহঁতে একেটা স্বৰতে হাত চাপৰি মাৰি মোৰ কথা উকৰাই দিলে— পলা! পলা! হনুমান ডাঙ্গৰীয়াই খাওঁ খাওঁ কৰিছে—নহলে গতি বেয়া হ'ব।"

লৰাবিলাক হাই কৰি গুচি গ'ল। মই মন্ত্ৰমুগ্ধৰ দৰে সিহঁতৰ উদ্ধতালি আৰু অজ্ঞানতাৰ ফালে একেথৰে চাই থাকিলো। সেই সময়ত মোৰ সেই সোণালী অতীতৰ মধুৰ বাল্যকাল আৰু মতলীয়া যৌৱনলৈ মনত পৰিল। কেনে মধুৰ আছিল সেই দিনবোৰ!

এবাৰ জুৱা খেলিবৰ মন যায়। সংসাৰে ভালেই বোলক বা বেয়াই বোলক চিন্তা নাই। মোৰ গতি দেখি সংসাৰে হাঁহক, তাতো চিন্তা নাই। কোনো জুৱাৰী আছা যদি মোৰ গুৰিলৈ আহাঁ। মই জুৱা খেলিম।

এবাৰ জুৱা খেলিম। এফালে মোৰ ষাঠী বছৰৰ অনুভৱ, ৰূপালী ডাঢ়ি-চুলি, কঁপা হাত, বেঁকা কঁকাল, দুৰ্ব্বল হৃদয় আৰু মোৰ জীৱনৰ উপাৰ্জ্জন। ষাঠি বছৰৰ প্ৰত্যেক শকৰ হাজাৰ হাজাৰ টকা, লাখ লাখ সিকি, আধলি এফালে হওঁ আৰু উন্মত্ত যৌৱন তথা যুৱক একালে হোৱা। মই টকা দিবলৈ সাজু আছো। সকলো দি হ'লেও যৌৱন ল'বলৈ মই সাজু। কোনোবা ডাক্তৰ আছা যদি ওচৰলৈ আহাঁ। মই তোমাৰ মনোৰথ পূৰ্ণ কৰিম। মই বাৰ্দ্ধক্য ৰোগত হাইৰাণ, ঔষধ লাগে, ঔষধৰূপী যৌৱন লাগে।

প্ৰতি বছৰেই বসন্ত আহে। বুঢ়াতকৈও বুঢ়া গছজোপায়ো ম'বাৰ দৰে চালি ধৰি ঋতুৰাজৰ দৰবাৰত থিয় দিয়ে। সৌৰভ সম্পন্ন শীতল সমীৰে মত্ত গতিৰে প্ৰকৃতিৰ প্ৰতি কোণ উন্মাদনাৰে ভৰাই পেলায়। মতলীয়া কোকিলে 'কুউ কুউ' কৰি গাব ধৰে। উদ্যান অট্টালিকাত উদ্ভাসিত গোলাপ নৱযুৱকে সকলো পাহৰি উন্মাদনা সৰিতাত বিহাৰ কৰিব ধৰে। খেলা-ধূলা কৰে, খিলখিলকৈ, মিচিকিয়াই হাঁহে, চুম্বিত হয়, চুমে, আলিঙ্গন কৰে আলিঙ্গিত হয়; সংসাৰৰ উত্থান-পতন আৰু মঙ্গল-সৰ্ব্বনাশৰ পোচাক পিন্ধে। আৰু মই—শুষ্ক নৈৰাশ্যৰে অন্ধকূপত সোমাই থকা চকু দুটাৰে নিৰ্জীৱ হৃদয়েৰে তাকে সতৃষ্ণ সজল নয়নেৰে চাই থাকোঁ। এই সময়তে জ্ঞান হয় বাৰ্দ্ধক্যই নৰক।

প্ৰতি বছৰে মতলীয়া বৰ্ষা-ঋতু আহে। প্ৰতি বছৰে প্ৰকৃতি প্ৰাঙ্গণত যৌৱন আৰু উন্মাদ, সুখ আৰু বিলাস, আনন্দ-আমোদৰ তীব্ৰ মদিৰা পান কৰে। লৰাটিয়ে মুগ্ধ হৈ গাবলৈ ধৰে "হে মেঘ পানী দিয়া···, যৌৱনে উন্মাদ হৈ গাব ধৰে "ডাঁৱৰৰ আঁৰে আঁৰে
যাম মই লাহৰী ঐ"
আৰু মোৰ বাৰ্দ্ধক্য ইমান দুৰ্ভগীয়া যে এই স্বৰ্গীয় সুখ ভোগৰ সময় কফ বেমাৰ জৰ্জ্জৰিত হৈ খেহেৰ খেহেৰ কাহি, কেতিয়াবা আকৌ গৰমৰ প্ৰতাপত বিচনী কোবাই বহি বহি কাল

কটাব লাগে। ওচৰত থৈ দিয়া কাঁহীৰ ভাত কেইটাও খাব নোৱাৰো। তিল তিলকৈ মাথো ক্ষয় হৈ যাব ধৰিছে।

এই সময়তে জ্ঞান হয় যে বাৰ্দ্ধক্যই নৰক। নৰকৰ পৰা যদি কোনোবাই মোক উদ্ধাৰ কৰে তেন্তে মই আজীৱন তেওঁৰ গোলাম হৈ থাকিবলৈকো প্ৰস্তুত। বাৰ্দ্ধক্যৰ বাদচাহীতকৈ যৌৱনৰ গোলামীও হাজাৰ গুণে শ্ৰেয়ঃ। মোক সোধা, মই জানো, এই সকলোবোৰ মোৰ ওপৰেদি পাৰ হৈ গৈছে।

কোনো যদুবংশী আছা যদি মোক সহায় কৰা মই মৰাৰ আগতে সেই চকুজোৰা বিছাৰো যি কথাই কথাই নাইবা বিনা কথাই এখন অন্তৰ জয় কৰিব পাৰে। ইচ্ছা হয় যেন পুনৰ কাৰোবাৰ প্ৰেমত পৰি গাই উঠিম—

"মেৰী আখোঁমে বস্‌গই কোঈ ৰে
মুঝে নিদ্ ন আৱে
মেঁই ক্যা কৰু ?"

কিন্তু নহয়। বাৰ্দ্ধক্য এনে এটা ৰোগ নহয় যাক ঔষধ পথ্যৰে উপশম কৰিব পাৰি। ই এনে এটা ৰোগ যাৰ ফলত জীৱন যায় কিন্তু ৰোগ নাযায়।

লৰালিৰ স্বৰ্গ-বিস্মৃতিময় অদ্বিতীয় সুখ ভোগ কৰিলো, যৌৱনৰ অমৰাৱতীত বিবিধ ভোগ বিলাস উপভোগ কৰিলো, এতিয়া বাৰ্দ্ধক্যৰ নৰকলৈ আহিলো। ভুগিবই লাগিব। এই নৰকৰ পৰা মানুহহে নালাগে স্বয়ং ঈশ্বৰেও উদ্ধাৰ কৰিব নোৱাৰে। বাৰ্দ্ধক্য এনে এটা পতন যাৰ উত্থান এবাৰ মাত্ৰ হব পাৰে সিয়ে মৃত্যু। ইয়াৰ উত্থান মাত্ৰ দাহনকাৰী চিতাৰ ওপৰত। এই ৰোগৰ যদি ঔষধ আছে তেনে সি "জাহ্নবীতোয়", আৰু যদি কোনো বৈদ্য আছে তেন্তে তেওঁ "নাৰায়ণোহৰিঃ"। তেন্তে পলম কিয় প্ৰভু! দয়া কৰা, জীৱন জৰি কাটি দিয়া। এই নৰক আৰু ভুগিব নোখোজো। ভৱ সমুদ্ৰত সাঁতুৰি সাঁতুৰি অৱশ হৈ পৰিছো। মোৰ জীৱন দীপক স্নেহশূণ্য, গুণৰহিত আৰু প্ৰকাশহীন হৈ পৰিছে। সোনকালে নুমাই দিয়া, পঞ্চত্বত লীণ কৰি দিয়া।

পুনৰ নতুন গঢ়েৰে নিৰ্ম্মাণ হওক, সৃষ্টি হওক, নতুন গঢ়েৰে জন্ম হওক, কুমাৰ, যৌৱন জৰা হওক, ভোগ হওক, বিলাস হওক, সুখ হওক, আমোদ হওক, উন্মাদ হওক, মানত অপমান, অপমানত মান হওক। পুনৰ যৌৱনৰ উন্মাদনাৰে ইহকাল পৰকাল পাহৰি যাওক, তুমি যে ঈশ্বৰ তাকো পাহৰি যাওক। তেতিয়া জীৱনৰ সুখ লাভ হব, পৃথিৱীতে স্বৰ্গ দেখা পাব। পলম কিয় প্ৰভু! দয়া কৰি দূত পঠোৱা, জীৱন জৰি কাটি দিয়া।



# ভাৰতৰ বাণিজ্য

শ্ৰীদুলালচন্দ্ৰ ভট্টাচাৰ্য্য
২য় বাৰ্ষিক, বাণিজ্য

*প্ৰাচীন যুগত*—তাহানি কালৰে পৰা ভাৰতে বাণিজ্য বিষয়ত খ্যাতি লাভ কৰি আহিছে। ভাৰতৰ প্ৰাচীন কালৰ ইতিহাসৰ পাতত এই বিষয়ে পোৱা যায়। বোধহয় তাম-যুগৰ পৰা ভাৰতৰ বাণিজ্য সম্পৰ্কে বিবৰণ পোৱা যায়। এই কালত সিন্ধু উপত্যকাত যি সভ্যতাৰ সূচনা হৈছিল— তেতিয়াৰে পৰা ভাৰতৰ বাণিজ্য সৰ-বৰাহৰ বুৰঞ্জী পোৱা যায়। এই যুগ আজিৰ পৰা প্ৰায় ৪০০০ বছৰৰ আগৰ। এই যুগতে মিছৰ, বেবিলন, গ্ৰীচ, চীন, মেছোপটেমীয়া এচিৰিয়, চুমেৰিয় আদি সভ্যতাও বিস্তৃত হয়। এই ৰাজ্যসমূহৰ লগত এই যুগত ভাৰতৰ বাণিজ্য চলাচল হৈছিল। আৰব সাগৰেদি নাৱেৰে গৈ পাৰস্য উপসাগৰ সোমাই টাইগ্ৰীচ্ আৰু ইউফ্ৰে-টিচ্ নদীয়েদি ভাৰতীয় বেপাৰীয়ে এই ৰাজ্য বিলাকত বেহা-বেপাৰ কৰিছিল। ঘাইকৈ কপাহী কাপোৰ, হাতীদাঁত, আন আন ভাৰতীয় দ্ৰব্যই আছিল বাণিজ্যৰ সমল। সেই দেশ সমূহৰ পৰা ভাৰতীয় বেপাৰীয়ে আৱশ্যকীয় বস্তু সলাই আনিছিল (Barter Exchange)। এই বহিৰ্বাণিজ্যৰ উপৰিও গঙ্গা, সিন্ধু, সৰস্বতী আদি নদীয়েদি আন্তঃবাণিজ্য প্ৰচলন হৈছিল। এই যুগত ভাৰতীয়ৰ সামাজিক আৰু অৰ্থনৈতিক জীৱন সুকলমেই চলিছিল।

দ্ৰাবিড় সভ্যতা এই যুগৰ কিছুকালৰ পাছত দক্ষিণাত্যত প্ৰচাৰিত হৈছিল। এই যুগৰ মানুহে উপকূলত বন্দৰ নিৰ্ম্মাণ কৰি বাণিজ্য সুকলমে চলাইছিল। দ্ৰাবিড়সকল কৰ্ম্মী শিল্পপটু আছিল। এওঁলোকে প্ৰচুৰ পৰিমাণে উৎপাদন কৰা—মাটিৰ, হাতীদাঁতৰ আৰু কাঠৰ মনোৰম বস্তু, মুক্তা-মণি, চন্দন কাঠ, মা-মছলা, প্ৰভৃতি বিদেশী বেপাৰীৰ আকৰ্ষণৰ বিষয় আছিল। চীন, ব্ৰহ্ম, মালয়, মধ্যপ্ৰাচ্য, লঙ্কা দ্বীপৰ লগত সুকলমে বাণিজ্য চলিছিল। এই দেশবিলাকৰ পৰা আহাৰ্য্য বস্তু, ঔষধ-পাতি আদি ভাৰতলৈ আমদানি কৰা হৈছিল। ভাৰতৰ পৰা উপৰুক্ত বস্তুৰ উপৰিও, ম'ৰা চৰাই, কুকুৰ, অগৰু, কপাহ আদিও ৰপ্তানী হৈছিল। কাবেৰী, কৃষ্ণা, গোদাবৰী, পেনাৰ, ভাইগা নদীয়েদি দেশৰ ভিতৰতো বাণিজ্য প্ৰচাৰ হৈছিল।

এই যুগৰ পাছত আৰ্য্য-সভ্যতাই সকলো প্ৰকাৰে উৎকৰ্ষ সাধন কৰে। এই যুগৰ প্ৰচুৰ

কৃষি, শিল্পৰ উৎকৰ্ষ সাধন হয়। ফলত সুচল বাণিজ্য প্ৰচাৰ হোৱাত অৰ্থনৈতিক অৱস্থাৰ উন্নতি হোৱা দেখা যায়। মৌৰ্য্য যুগ, গুপ্ত যুগ আৰু হৰ্ষবৰ্দ্ধনৰ শাসন কালত ভাৰতবৰ্ষৰ বাণিজ্য বিশেষ উন্নত আছিল। এই যুগত যাইকৈ 'barter' পদ্ধতিতেই বাণিজ্য চলিছিল। 'নিষ্ক' নামৰ মুদ্ৰাৰ প্ৰচলন হোৱাত এই মুদ্ৰাও বাণিজ্য সৰবৰাহত খটোৱা হৈছিল।

জাতিভেদৰ সূচনাই ভাৰতৰ অৰ্থনীতিত এটা ন ৰূপ দিয়ে। বৈশ্য শ্ৰেণীৰ ভাগত 'বাণিজ্য' বিভাগৰ দায়ীত্ব পৰে। এক শ্ৰেণীৰ হাতত এই বিষয় আবদ্ধ হ'ব লগীয়া হোৱাত বাণিজ্য-প্ৰচাৰ কিছু পৰিমাণে দুৰ্ব্বল হয়। কিন্তু উৎসাহী ৰাজেন্দ্ৰসকলৰ প্ৰচেষ্টা আৰু অনুপ্ৰেৰণাত এই বিষয়ত ভাৰতে উন্নতি সাধন কৰে। খৃঃ পূৰ্ব্ব ছয় শতিকাৰ পৰা ভাৰতে বাণিজ্যত অগ্ৰসৰ হয়। খৃষ্টাব্দ চাৰি শতিকাৰ পৰা অৱশ্যে ভাৰতৰ বাণিজ্য অধিক সুচল হোৱা যেন দেখা যায়। গুপ্ত সম্ৰাটসকলৰ প্ৰচেষ্টাত জাভা, সুমাত্ৰা, বৰ্ণিও, লঙ্কা, চীন, ব্ৰহ্মদেশ, পাৰস্য, আৰব, ৰোম, গ্ৰীচ প্ৰভৃতি ৰাজ্যৰ লগত ব্যাপকভাৱে বাণিজ্য সম্প্ৰসাৰন হৈছিল। কৃষি-শিল্প, বনজাত দ্ৰব্যৰ বহুল বাণিজ্য প্ৰচাৰ হয়। হাতীদাঁত, কপাহ আৰু তাৰ কাপোৰ, মণি-মুক্তা, চন্দন, অগৰু, কুকুৰ, ম'ৰা চৰাই, মছলা, মাটি আৰু কাঠৰ বস্তুৰ পৰিবৰ্ত্তে ভাৰতলৈ কাচ, সোণ-ৰূপ আয়না, অা-অলঙ্কাৰ, আহাৰ্য্য বস্তু, ঔষধ-পাতি আদি অনা হৈছিল। পতঞ্জলি, মেগাস্থিনিচ, হিউয়েন চাং, ঔ কং আদিৰ লিখিত বিৱৰণত এই যুগৰ বাণিজ্যৰ বিষয়ে পোৱা যায়। উপকূলত পোতাশ্ৰয় পাতি বেপাৰৰ অৰ্থে নাও সজাৰো ব্যৱস্থা কৰিছিল। বহিৰ্বাণিজ্যৰ দৰে আন্তৰ্দেশীয় বাণিজ্যও ভাৰত জুৰি চলিছিল।

*মধ্যযুগত*—১২ শতিকাৰ শেষ ভাগৰ পৰা ভাৰতৰ নতুন যুগৰ সূচনা হয়। মুছলমানৰ আক্ৰমণত ভাৰতৰ হিন্দু শক্তিৰ অৱসান ঘটে। মুছলমান আক্ৰমণকাৰীয়ে ভাৰতৰ সমৃদ্ধি অপহৰণ কৰি অৰ্থনৈতিক অৱস্থা কিছু পৰিমাণে দুৰ্ব্বল কৰি তোলে। চুলতান আৰু মোগল সম্ৰাটসকলে ভাৰতৰ কৃষি শিল্পৰ উন্নতিৰ কল্পে যথেষ্ট চেষ্টা কৰিছিল। জল সিঞ্চন আদিৰ ব্যৱস্থা কৰি অধিক উৎপন্নৰ প্ৰতি সচেষ্ট হৈছিল। 'ডোৱাব' আৰু উপত্যকা অঞ্চল সমূহত প্ৰচুৰ পৰিমাণে উৎপাদন হয়। মাওহান, মাৰ্কপ'ল'; বাৰ্থামা, বাৰবোছা, আব্দুৰ ৰাজাক, ডমিঙ্গো পে', নিকলকণ্ঠি, এটানাচাচ্, নিকিটিন্, টমাছ আদিৰ লিখনীৰ পৰা মধ্যযুগৰ ভাৰতৰ বাণিজ্যৰ সম্ভেদ পোৱা যায়। কৃজিাত আৰু বনজাত বস্তু যাইকৈ ৰপ্তানী হৈছিল। ঘোঁৰা, দৰব, বিলাসৰ সামগ্ৰী, অলঙ্কাৰ-পাতি, ঘোঁৰা আৰু গাধৰ পৰা হোৱা এক প্ৰকাৰ জন্তু (mule) আমদানি কৰা হৈছিল। চুলতান সম্ৰাটসকলে কাৰখানা নিৰ্ম্মাণ কৰি অধিক উৎপাদন আৰু বাণিজ্য সৰবৰাহৰ কাৰণে চেষ্টা কৰিছিল। হকিন্চ্, টমাচ, ফিট্চৰ পৰা মোগল যুগৰ বিষয়ে কিছু কথা পোৱা যায়। এচিয়া, ইউৰোপ, আফ্ৰিকাৰ প্ৰায়বিলাক দেশৰ লগত ভাৰতৰ বাণিজ্য-প্ৰচাৰ হৈছিল। চুৰাট, ব্ৰোচ্, কাম্বে, কালিকাট্, কোচিন, মুছলিপট্টম্, চিট্টাগং আদি যাই বাণিজ্য কেন্দ্ৰ আছিল। এই যুগত বৃটিছ, ডাচ, পৰ্টুগাল, ফৰাছী

আদিৰ বেপাৰীসকলে ভাৰতত বাণিজ্য কৰিবলৈ চুক্তি-পত্ৰ পায়। ভাস্কডা গামাৰ দ্বাৰা প্ৰদৰ্শিত পথ উত্তমাশাইদি এই বেপাৰীবোৰ দলে বলে ভাৰতৰ উপকূলত নামেহি। সিবিকাকৰ লগত ভাৰতীয় বেপাৰীৰ বেপাৰ চলিছিল। ভাৰতৰ কপাহ, ৰবৰ, নীল, জলকীয়া, আফিং, যথাৰ, এড়ি মুগা আদিৰ পৰা হোৱা কাপোৰ আদিৰ লগত বিদেশৰ চেনি, চাউল, সোণ, ৰূপ আদি ধাতু, ৰেছমীসূতা, পাটৰ, চীনামাটি, ঘোঁৰা আৰু আফ্ৰিকাৰ দাসেই ঘাইকৈ সাল-সলনি কৰা হৈছিল। বৈদেশিক বাণিজ্য সাগৰেদি আৰু দেশীয় বাণিজ্য নৈ, উট, ঘোঁৰা আদিৰ যোগেদি সম্ভৱ হৈছিল। এই যুগত অৰ্থ নৈতিক অৱস্থা বেয়া নাছিল। মোগলসকলে অধিক হাৰত বাণিজ্য;শুল্ক লৈ অৱশ্যে কিছু অসুবিধা দিছিল।

*আধুনিক যুগ*—পশ্চিমীয়া বেপাৰীৰ দল ১৬০০ চনৰ পৰাই ভাৰতলৈ আহি খিতাপী পাতে। বৃটিছ বেপাৰী দলৰ ক্ষমতা বিশেষ। মাদ্ৰাজ, কোচিন, চুৰাট আদিত কুঠি পাতি নিয়মীত ভাবে বেপাৰত লাগে। পশ্চিমীয়া যান্ত্ৰিক শিল্পজাত বস্তুৰ বাণিজ্য ব্যাপক ভাবে চলাবলৈ ধৰে। মোগৰ সম্ৰাটৰ পৰা বাণিজ্য-চুক্তি লাভ কৰি সুচলভাবে বাণিজ্য কৰিবলৈ ধৰিলে। ভাৰতত ঘৰুৱা-সাধাৰণ পদ্ধতিত উৎপন্ন কৰা বস্তুৰ মান, সংখ্যা পশ্চিমীয়া যান্ত্ৰিক বস্তুতকৈ বহুত নৰম আছিল। গতিকে ভাৰতীয় বস্তুৰ আদৰ কমিল। বিদেশী ন ন বস্তুৰ আদৰ বাঢ়িলত ভাৰতৰ বজাৰ এই বস্তুৰে ওপচি পৰিল। গতিকে ভাৰতৰ উৎপন্ন বস্তুৰ বাণিজ্যৰ পৰিমাণ হীন হৈ যায়। ফলত ভাৰতৰ বাণিজ্যত এটা নতুন ৰূপ লয়।

বৃটিছৰ নেতৃত্বতে ভাৰততো যান্ত্ৰিক যুগৰ সূচনা হয়। বম্বে চহৰত কপাহৰ; কলিকতাত মৰাপাটৰ, বিহাৰ আৰু উত্তৰ প্ৰদেশত চেনিকল আৰু আন প্ৰদেশতো আন শিল্পৰ আৰম্ভণ হয়। চাহ শিল্পত অসম আগবাঢ়ে। ক্ৰমাৎ ভাৰতে আন দেশৰ লগত প্ৰতিযোগীতামূলক ভাৱে বাণিজ্য আৰু উৎপাদন কৰিবলৈ উঠি-পৰি লাগে। কপাহ আৰু কপাহী বস্ত্ৰ, মৰাপাট আৰু মৰাপাটৰ বস্ত্ৰ চাহ আদিৰ ৰপ্তানীত ভাৰতবৰ্ষে প্ৰসিদ্ধি লাভ কৰে।

এই যুগ গোটেই পৃথিবীৰে এটা যুগান্তৰ-কাৰী যুগ বুলিব পাৰি। কাৰণ শিল্পৰ আন্দোলনৰ ফলত যান্ত্ৰিক শিল্পৰ উন্নতি হয়। ফলত যোগাযোগৰো সুব্যৱস্থা হয়। ৰেলগাড়ী, মটৰ, উন্নত জাহাজ আদিৰ আবিষ্কাৰ হয়। গতিকে বাণিজ্য চলাবৰ বিশেষ সুচল হোৱা দেখা যায়। আনহাতে ১৮৬৯ আৰু ১৯১৪ চনত চুয়েজ আৰু পানামা খাল খন্দা হয়। ফলত সুদূৰ প্ৰাচ্য আৰু সুদূৰ পশ্চিমৰ লগত ভাৰতৰ বাণিজ্য পথ বহুত চমু হয়। ইতিমধ্যে আধুনিক আন্তৰ্জাতিক বাণিজ্য ব্যাপকভাবে বিশ্বত আৰম্ভ হয়। বৃটিছ যুগত ভাৰতে এই বাণিজ্যত অংশ গ্ৰহণ কৰে। কিন্তু বিদেশী শাসকৰ চেপাত পৰি ভাৰতে বিশ্ব-বাণিজ্যত বিশেষ উন্নতি সাধিব বা স্থান লভিব পৰা নাছিল। কিন্তু স্বাধীনতা লাভৰ পাছৰ পৰা ভাৰতে ক্ৰমশঃ বিশ্ব-বাণিজ্যত বিশেষ স্থান লাভ কৰিবলৈ সক্ষম হৈছে। বৰ্ত্তমান পৃথিবীৰ প্ৰায় দেশৰ লগত ভাৰতৰ বাণিজ্য-চুক্তি আছে। ইংলণ্ড, জাৰ্মেনী, ফ্ৰেন্স, ইটালী, ৰাছিয়া, চীন,

জাপান, আৰব, ইজিপ্ত, পাৰস্য, বৰ্ম্মা, মালয়, পূৰ্ব্ব আৰু পশ্চিম ভাৰতীয় দ্বীপপুঞ্জ, চিলন, অষ্ট্ৰেলিয়া, আমেৰিকা যুক্তৰাজ্য, কানাডা, মেক্সিক', আৰ্জেণ্টিনা, ব্ৰাজিল আদিৰ লগত ভাৰতৰ বাণিজ্য চলিব লাগিছে।

ভাৰতৰ ঘাই ৰপ্তানী সামগ্ৰী—মৰাপাটৰ বস্তু, কপাহী বস্তু, কাগজৰ মণ্ড, ৰবৰ, লা, ধপাত, তেলৰ গুটি, মছলা, চেনি, বনজাত ঔষধি দ্ৰব্য, চামৰা, কাঠ, মাক্ষিক লো (ironore) মাইকা, অভ্ৰ আদি প্ৰধান। আমদানিৰ ভিতৰত হৰেক ৰকমৰ কাপোৰ, যন্ত্ৰ-পাতি, আয়নাৰ বস্তু, ইঞ্জিন, মটৰ, বিলাসী বস্তু, কাগজ, সোণ আদি মূল্যবান ধাতু, লোহা, কয়লা, খনিজ তেল, চাউল, ঘেঁহু, যৱ, ফল-মূল, মদ নানান শিল্পজাত মনোহাৰী দ্ৰব্য, উল, ঘৰ সজাৰ সামগ্ৰী, বিবিধ ৰং, দৰব, বিজুলি শক্তিৰ কাৰণে যন্ত্ৰ-পাতি, খেলৰ বস্তু আদি প্ৰধান।

ভাৰতবৰ্ষ প্ৰকৃতপক্ষে আন স্বাধীন ৰাজ্য সমূহৰ দৰে বাণিজ্য-বিষয়ত বিশেষ স্থান লাভ কৰিব পৰা নাই। Five Years planeত বাণিজ্যৰ উন্নতিকল্পে বিশেষ আঁচনি কৰা হৈছে। তদুপলক্ষে বৈদেশিক ঋণো ভাৰতে গ্ৰহণ কৰিছে, যাতে আমদানি হ্ৰাস কৰি ৰপ্তানী বঢ়াব পৰা হয়। তলৰ আঁচনিসমূহ লোৱা হৈছে—

(১) অধিক শস্যোৎপাদন আৰু কৃষি-প্ৰণালী উন্নত কৰা।

(২) বিদেশৰ বজাৰত ভাৰতীয় সামগ্ৰীৰ বাণিজ্য সংস্থাপন কৰা।

(৩) বৈদেশিক বাণিজ্য-চুক্তি স্থাপন কৰা।

(৪) পৃথিবীৰ মেলা সমূহত যোগ দিয়া।

(৫) বাণিজ্য সামগ্ৰীৰ বিদেশত প্ৰচাৰ কৰা।

(৬) দায়িত্বশীল পটু বিষয়াৰে বাণিজ্য-কেন্দ্ৰ স্থাপন কৰা।

(৭) অৰ্থ যোগান সুচল কৰা।

(৮) ৰপ্তানী শুল্ক কমোৱা।

(৯) ৰপ্তানী বাণিজ্য পৰিচালনাৰ্থে—কপাহ, মৰাপাট, তেলৰ গুটি, জালুক-জলকীয়া, ধপাত, ৰেয়ণ, ৰবৰ, প্লাষ্টিক আদিৰ কাৰণে সুকীয়া সুকীয়া সদন ( Chamber ) পতা হৈছে।

(১০) প্ৰাদেশিক বাণিজ্য-পালিকা সমিটি গঠিত হৈছে।

(১১) কৃষি-শিল্প আৰু বাণিজ্যৰ অৰ্থে চৰকাৰী ঋণৰ সুবিধা দিয়া।

(১২) আৱশ্যকীয় বিদেশী বস্তুৰ সুচল আমদানি কৰা।

(১৩) স্থানীয় বাণিজ্য-সদন পাতি স্থানীয় বাণিজ্যৰ সুব্যৱস্থা কৰা। ( Local Chambers of Commerce ). ইত্যাদি।

কৃষি-শিল্প আৰু বন্দৰা-উন্নয়নৰ কাৰণে সমবায়-আন্দোলনো চলিব লাগিছে। পৃথিৱীৰ বাণিজ্য কেন্দ্ৰসমূহত ভাৰতে সদস্য ৰাখি বাণিজ্য-পৰিচালনাৰ সুব্যৱস্থা কৰিছে। তথাপি বিভিন্ন অসুবিধাবশতঃ ভাৰতে আমদানিৰ মাত্ৰা কমাব পৰা নাই। ২য় পৰিকল্পনাৰ বাকী অংশৰ কাৰণে এতিয়াও প্ৰায় ৫৬০ কোটিৰ বিদেশী সামগ্ৰীৰ আৱশ্যক আছে। ১৯৫৮ চনত ভাৰতে ঋণ স্বৰূপে ৭৫০ কোটি টকাৰ বস্তু বিদেশৰ পৰা আমদানি কৰিছে। এই ঋণ ২য় আৰু ৩য় পৰিকল্পনাৰ ভিতৰত পৰিশোধ কৰিব লাগিব। ভাৰতে ঘাইকৈ, বৃটেইন, আমেৰিকা যুক্তৰাজ্য,

কানাডা, জাপান আৰু পশ্চিম জাৰ্ম্মেনীৰ পৰা এই ঋণ লৈছে। এই ঋণ লৈ ভাৰতে অসন্তোষ-জনক 'বেলেঞ্চ অব্ ট্ৰেড'ৰ পৰা হাত সাৰিবলৈ সক্ষম হ'ব পাৰে। ভাৰতে অধিক শিল্পোৎপাদনত আৰু প্ৰচুৰ বাণিজ্য কৰনাৰ্থে 'বিশ্ববেঙ্ক' আৰু আন্তৰ্জাতিক অৰ্থ-পূঁজিৰ পৰাও ঋণ লৈছে।

যি কি নহওক বিশ্ব-বাণিজ্যত ভাৰতবৰ্ষৰ অন্যতম্ স্থান। 'বেলেঞ্চ অব্ ট্ৰেড' অসন্তোষ জনক হলেও ভাৰতে এই দুৰাৱস্থাৰ পৰা হাত সাৰি সন্তোষজনক ফল লাভ কৰিবলৈ প্ৰচেষ্টা চলাব লাগিছে। অধিক উৎপাদনৰ ব্যৱস্থা লোৱাৰ উপৰিও যান-বাহন আৰু যাতায়তৰ সুচল ব্যৱস্থা কৰাৰ ওপৰতো গুৰুত্ব দিয়া হৈছে। ৰেল ইঞ্জিন, জাহাজ, উৰাজাহাজ তৈয়াৰ কৰিবলৈ যথেষ্ট টকা খটোৱা হৈছে। উপকূলত আৰু দেশৰ ভিতৰত উন্নত বাণিজ্য কেন্দ্ৰ, বন্দৰ, পোতাশ্ৰ পত হৈছে। বৰ্ত্তমান কলিকতা, মাদ্ৰাজ, বম্বে, কাণ্ডলা, কোচিন, বিশাখাপট্টম, মুছলীপট্টম্, প্ৰধান বন্দৰসমূহ, তদুপৰি চান্দবালি, বিম্লপট্টম্, কালিকাট্, নাগপট্টম্ ধনোস্কোটি, বত্নগিৰি ওখা, কৰবাৰ, কোক্কাকণ্ড, টেলিছেৰী, মঙ্গলাৰ ভাণ্ডলা, ওতিপি, কুণ্ডাপুৰ, ইত্যাদি আন আন বন্দৰ, আহমদাবাদ, নাগপুৰ, কানপুৰ, বাঙ্গালোৰ, চুৰাট, জয়পুৰ, জামছেদপুৰ, আদিও আন আন বাণিজ্য প্ৰধান চহৰ। ব্ৰহ্মপুত্ৰ, গঙ্গা, সিন্ধু, যমুনা, হুগলী, মহানদী আদিয়েদি আন্তৰ্দেশীয় জল বাণিজ্য চলিব লাগিছে। ৰেলপথৰ ভাৰতত বৰ্ত্তমান যথেষ্ট বিস্তাৰ হৈছে। আকাশী পথেদি দেশীয় আৰু বৈদেশিক বাণিজ্য চলিব লাগিছে। ঘাইকৈ সাগৰীয় বাণিজ্যহে বিশেষ বিস্তৃত।

যোৱা কি বছৰৰ ভাৰতৰ বাণিজ্যৰ অৱস্থাৰ এটি তালিকা দিয়া হ'ল।—

| | Export | Import | Balance of trade |
|---|---|---|---|
| ১৯৫১-৫২ | ৭৩১,৯৯ লাখ | ৯৪১,১৩ লাখ | ২১০,১৪ লাখ |
| '৫২-৫৩ | ৫৭৭,৩৭ | ৬৬৯,৪৪ | ৯২,৫১ |
| '৫৩-৫৪ | ৫৩০,৬২ | ৫৭১,৯৩ | ৪১,৩১ |
| '৫৪-৫৫ | ৫৯৩,৫৪ | ৬৫৬,২৬ | ৬২,৭২ |
| '৫৫-৫৬ | ৬০৯,৪১ | ৭০৪,৮১ | ৯৫,৪০ |
| '৫৬-৫৭ | ৬০০,৩৬ | ৮৪০,১১ | ২৩৯,৭৪ |

ইয়াৰ পৰা দেখা যায় যে ভাৰতে বছৰি অধিক আমদানি কৰিব লাগিছে। ফলত 'বেলেঞ্চ অব্ ট্ৰেড্' অসন্তোষজনক। গতিকে ৰপ্তানি-বাণিজ্যত অধিক উন্নতি সাধিবলৈ ভাৰত সজাগ হ'বলগীয়া হৈছে। অৱশ্যে ভাৰতৰ ক্ৰমবৰ্দ্ধিত জনসংখ্যানুসাৰে সহজে আমদানিৰ মাত্ৰা কমাব পৰা অসম্ভৱ। বিশেষকৈ আহাৰ্য্য পদাৰ্থ আৰু যন্ত্ৰ-পাতি আদি বিশেষ অপৰিহাৰ্য্য। চাউল, ঘেঁহু, খনিজ তেল, কয়লা, সোণ-ৰূপ আদি, ঔষধ, কপাহ, আদিৰ আমদানি বৰ্ত্তমান প্ৰচুৰ পৰিমাণে চলিব লাগিছে। উপৰুল্লিখিত আঁচনি সমূহ বিষদ ভাবে কাৰ্য্যকৰী হলে ভাৰতৰ বাণিজ্য কিন্তু সন্তোষজনক হোৱাৰ আশা কৰিব পাৰি।

# উপলব্ধি

শ্ৰীমুকলীধৰ শইকীয়া
৪ৰ্থ বাৰ্ষিক কলা,
নৈশ-শাখা।

চকুৰ পতাত সেয়া
শাওনৰ জীয়া চল,
কলিজা কঁপোৱা সুৰ
প্ৰবল ধুমুহা,

মনৰ লুইত মোৰ
অতিকে আকুল হ'ল
কামনাৰ শত সোঁত
বুকুত লুকুৱা।

অসীমৰ আকাশত
স্মৃতিৰ মাধুৰী সনা
সাতো ৰঙে ৰোল দিয়া
নতুনৰ দিন,

অতীতৰ বুকু চিৰি
নিগৰি বাগৰি অহা
এটুপি চকুৰ পানী
মৰমৰ চিন।

মাটিৰ প্ৰতিমা সাজি
পূজাৰ বেদীত বহি
ধূপ-ধূনা কত কি যে
উপচাৰ লৈ,

কাকনো পূজিবি বাৰু,
বলিয়া পূজাৰী তই
কলিজাৰ কেঁচা তেজে
নোবোৱাবি নৈ।

বাসনা নদীৰ পাৰ
বগা বগা বালিচত
বাটৰুৱা বাট বুলি
ভাগৰি পৰিছে,

দিঠকৰ মৰিচীকা
তৃষিত পৰাণ অতি
কামনাৰ সোণোৱালী
সপোন ভাগিছে।

দিগন্তৰ সিপাৰত
মাৰ যোৱা সূৰুযৰ
তেজ-ৰঙা পোহৰৰ
মৃদু পৰশন,

তাৰেই মাজত মোৰ
বেদনাৰ দীপ্তৰেখা
সপোন দেশত এটি,
স্নিগ্ধ সিহৰণ।

নীলিম আকাশখনে
সেউজীয়া পৃথিবীৰ
গোপন কাহিনী কত
ৰাখিছে লুকায়,

শূণ্যৰ বুকুত ভাহে
বাস্তৱৰ প্ৰতিচ্ছবি
কল্পনাই মৰমেৰে
পৰশ বুলায়।

থৌকিবাথৌ কৰা
মহাসাগৰৰ বুকু
কলিজা কঁপোৱা সুৰ
প্ৰৱল জোৱাৰ,

সংঘাট, অপঘাত
বিষাদৰ শত উৰ্ম্মি—
অলীক ভাবনা মাথো
পোৱা নোপোৱাৰ।

ভাৱাক্ৰান্ত যৌৱনৰ
উদাস প্ৰাণত মোৰ
প্ৰণয়ৰ ৰেখা ভৰা
সুঁতীটি হেৰায়,

কামনাৰ শত সোঁত
উটি উটি গুচি যায়
লুইতৰ বুকুৰেদি
পাৰ্ ওপচায়।

স্বপ্নাতুৰ আবেশৰ
খকমক্ চমকত
নাজানিলো এটিবাৰ
কিয়নো আহিলো,

'মাটিৰ পৃথিবী'খন
মৰহি শুকাই গ'ল
মিছাতেই বাট বুলি
ভাগৰি পৰিলো।



# প্ৰতিধ্বনি

শ্ৰীললিতচন্দ্ৰ সভাপণ্ডিত
৪ৰ্থ বাৰ্ষিক কলা।

মন প্ৰশান্তৰ
নাই পাৰাপাৰ
জোৱাৰৰ নাই আদি অন্ত,
জাক পাতি খেলে তাৰেই বুকুত
ৰূপালী ৰহন সনা অসংখ্য বুদ্‌বুদ্।
জিলি মিলি বিজুলীৰ চকা মকা আভা।
বিৰিঙি উঠিব খোজা মিচিকিয়া হাঁহি এটি,
গুকম্‌-গুকম মেঘৰ গাজনি
আনে মাতি বুকৰ কঁপনি।
আন্ধাৰৰ বুকু ফালি ফালি—
পোহৰ বিচাৰি যোৱা স্মৃতি ৰেখা পতি,
পৃথিবীয়ে এৰা দিব খোজা
হিয়াৰ কঁপনি তোলা
সৌ সিদিনাৰ 'হিৰ'চিমা',
ধোঁৱা-কোঁৱা পৃথিবীৰ মহা বিস্ফোৰণ
শেষ হয় তাৰেই মাজত।
উত্তাল তৰঙ্গৰাজিত ঠেকা খাই খাই
ভাঁহি আহে এটি প্ৰতিধ্বনি,
থাকি থাকি মাৰ যায় দূৰ দূৰণিত
নীলিমা হেৰায় যায় দিগন্ত ৰেখাত।

# —'ডে'-ড্ৰীম্'—

শ্ৰীগোলাপচন্দ্ৰ দত্ত
৪ৰ্থ বাৰ্ষিক কলা

কবিতা

পৃথিৱীখন বাৰু কেতিয়াবা শেষ হৈ যাবনেকি ?
যদি সেয়ে হয় !—নহয় ;
মানৱৰ দুৰ্ব্বাৰ ক্ষুধাৰ যে অন্ত নাই
আমাৰ আৰু পৃথিৱীৰ অশান্ত সাগৰৰ,
অতীত আৰু ভৱিষ্যতৰ
আঁকা-নআঁকা ছবিবোৰৰ প্ৰতিবিম্ব ৰ'ব ক'ত ?

শতাব্দীৰ সীমাৰ মাজে মাজে জিলিকি থকা
বণ্ডা ৰেখাবোৰে
পৃথিৱীক প্ৰদক্ষিণ কৰে।
আমি দেখোঁ নবীন আৰু বিচিত্ৰ আলোক।
কিন্তু অপ্ৰাসঙ্গিক বৰ্ত্তমানটো
তাৰ কাৰণে অন্ধ······।

জননী, তুমি কিয় তপত, বালিময় ?
তোমাৰ আদৰ্শ—
ধোঁৱাৰ দৰে লক্ষ্যহীন ?
আমাৰো। কল্পনা স্থবিৰ,
বাস্তৱতা জ্ঞান পংগু।
সেইহে আমি লিপ্ত ছি, ভিতৰত একোনাই, উদং।

যেতিয়া ডিনামাইটে সংঘাট আনিব,
পৃথিৱী, তোমাৰ বুকলৈ—
ষ্ট্ৰনছিয়াম তোমাৰ বক্ষত সোমাব
তেতিয়া তুমি কি বিষাক্ত ন'হবা ?
আমাৰ শেষ হৈ যাব
মৃত্যু নাহে মাত্ৰ অশৰীৰি হ'ম।



# —শতিকাৰ শত আৱাহন—

শ্ৰীবিশ্বেশ্বৰ বৰুৱা
৪ৰ্থ বাৰ্ষিক কলা।

আজি এই শতিকাৰ
শত অভিমান—
শুনিছানে যুগৰ আহ্বান ?
ৰিণি ৰিণি সুদূৰত,
শতাব্দীৰ নতুন পথত,
উঠে আজি কিয় প্ৰতিধ্বনি—
প্ৰজ্বলিত কিয় বাৰু আজিৰ অগনি ?
পৰ্ব্বতত ঠেকা খাই
ভৈয়ামত বৈ যায়,
শুনা সেই স্পষ্ট প্ৰতিধ্বনি।
অভিশপ্ত পৃথিবীৰ কলুষ কালিমা,
সমাজৰ অত আবৰ্জ্জনা,
মানৱৰ করুণ লাঞ্চনা,
নোৱাৰিলে সহিব আৰু প্ৰাণে,
অভিশপ্ত পৃথিবীৰ দৰিদ্ৰ সন্তানে।
সিহঁতৰ হিমচুড়া ধনৰ সম্ভাৰ
কামনাৰ বাসনাত শত অভিমান।
পৃথিবীৰ পিশাচৰ আজি অভ্যুদয়—
তুমি জানো নোহোৱা—
অভিশপ্ত পৃথিবীৰ মানৱ সন্তান ?
নাই জানো তোমাৰো—
মানবীয় প্ৰাপ্য অধিকাৰ ?
কিয় তেনে ধনৰ সম্ভাৰ ?
আৰু সেই সিহঁতৰ নগ্ন অত্যাচাৰ।
পৃথিবীৰ দৰিদ্ৰ সন্তান !
তোমাৰো কৰ্ত্তব্য আছে,
তোমাৰো বক্তব্য আছে—
তেন্তে কিয় পিছু পৰি যোৱা ?
সিহঁতৰ প্ৰতাৰণা সহি—
কলিজাৰ কেচা তেজ মচি।
অভিশপ্ত পৃথিবীৰ—
যদিও সন্তান—
দিয়া আজি সৰ্ব্ব স্বাৰ্থ দান,
শিৰোগত কৰি লোৱা কৰ্ত্তব্য তোমাৰ।
সহিব নোৱাৰি আৰু অত্যাচাৰ,
জীৱনত কত অপমান
কান্দি উঠে কেতিয়াবা—
বিদৰিত প্ৰাণে।
তুমিও নোহোৱা জানো—
অভিশপ্ত পৃথিবীৰ দৰিদ্ৰ সন্তান ?
শোষক শ্ৰেণীৰ আজি কিয় অভিমান ?
সিহঁতেই প্ৰচাৰিছে 'সাম্যৰ বাণী'
তেনেহ'লে—মানৱৰ করুণ কাহিনী,
প্ৰপীড়িত জনতাৰ আলৈ-আথানি,

কাষ চাপি সুধিছো যুগক,
দিয়া মোক শেষ সমিধান।
সিহঁতৰ মিছা ধন-মান,
হওক সিহঁতৰ—
বৃথা গৰ্ব্ব মিছা অভিমান।

শতিকাৰ শত অভিমান,
শুনা, আজি যুগৰ আহ্বান।
অভিশপ্ত জীৱনৰ বাণী,
অৱসান পৰিব কাহানি?



# কৰুণাময়

শ্ৰীৰত্নকান্ত দেৱ নাথ,
২য় বাৰ্ষিক, কলা।

তুমিয়েই নেকি প্ৰভু
বিশাল বিশ্বৰ
আলমধাৰী
সৃষ্টি পৰিসৰ ?

মুকুন্দ মুৰাৰি ৰাম
অসীম ৰূপৰ
ৰূপ মাধুৰী
বিশ্ব চৰাচৰ
তোমাতেই বিলীন সবাৰ।

সকলোৰে অন্তৰত
মেলিছা পোহাৰ শুনো
তেও কিয়
নেদেখো তোমাক ?

নোৱাৰো বুজিব মায়া
অপাৰ মহিমা ৰাশি
ভাবি হওঁ নিজেই অবাক
কিনো মতে পূজিম তোমাক।

গাই নিতে প্ৰকৃতিয়ে
তোমাৰেই গুণ গান
তোমাৰেই জয়ধ্বনি তুলি ;
অসীম অনন্ত সুৰে
সকলোটি জুৰ পৰে
মন্ত্ৰ-মুগ্ধ যেন কাল-ফনি,
তোমাতেই দিয়ে প্ৰাণ বলি।

তোমাৰ অৰূপ ছবি
বিশ্ব বিমোহন ৰবি
পায় তথু ভক্তই সঙ্কেতে,
পূৰ্ণ হিয়া ৰিক্ত কৰি
তোমাৰেই প্ৰেম পূজাৰী
দান দিয়ে প্ৰেমৰ পাত্ৰতে
পায় সবে তোমাক ভক্তিতে।

নিখিল অখিল স্বামী
তোমাৰ প্ৰেমতে মজি
অৰপিছে কত প্ৰাণ
মহা ঋষি মুনি ;

হৃদয়ত নাই শক্তি
কিমতে কৰিম ভক্তি
ক্ষুদ্ৰাতি ক্ষুদ্ৰ মাথো
নগণ্য পাৰ্থিব প্ৰাণী
লিপ্ত দীপ্ত তোমাতেই আমি।
কৰিছো মিনতি প্ৰভু
অন্তিমত শান্তি লভো

হৃদয়ত থাকে যেন
তোমাৰ মূৰুতি ;

তোমাৰ চৰণ সেৱি
তোমাৰ যশকে গাই
লওঁ যেন তোমাতেই স্থিতি
এয়ে মোৰ শেষ স্তুতি-নতি।



আমি সকলোৱেই সত্যৰ কণিকা। এই সকলো কণিকাৰ সমষ্টিয়েই অপ্ৰকাশ্য, অবোধ্য পৰম সত্য— সেয়ে পৰমেশ্বৰ।

—বাপু—

# সীমান্তৰ সৈনিক

শ্ৰী[illegible] দত্ত
২য় বাৰ্ষিক কলা

সীমান্তৰ সৈনিক সি।

পাহাৰীয়া জুৰিটোৰ কাষৰ হেলচঙোপাত আউজি সি আজি ভুৰছুৰে ওৰ নপৰা যুঁজখনৰ কথাই চিন্তা কৰে। সীমান্তৰ যুঁজ,—বন্দুক-ৰবটোপৰ গুলিৰ মাজেদি বাগৰি যোৱা দুটা বছৰ; পাহাৰৰ চিনাকি অচিনাকি সৰু ডাঙৰ গছবোৰ, ওখ-চাপৰ টিলা আৰু শিলাখণ্ডবোৰ, কাঁইটনি-বেতনিৰ তলে তলে সৰু কেম্পবোৰ আৰু নিজুম পাহাৰটোৰ বুকুৰেদি বাগৰি যোৱা মৌন, নীৰৱ সন্ধিয়াবোৰ……।

সৈনিকৰ বাস্তব জীৱনত এক অবাস্তৱ পৰিবেশ। হয়তো তাৰ দৰে একে বাটেৰে আহি আহি উভতি যোৱা হাজাৰ-বিজাৰ সৈনিক জীৱনৰ ভূমিকাহীন নাটবোৰৰ এটি বিয়োগান্ত আখ্যান।

এৰা, এটা সৈনিকৰ জীৱন।

চেঙেলকনা মাছৰ জাউৰিটোৱে জুৰিৰ স্বচ্ছ পানীত ভাঁহি উঠা তাৰ গোমোঠা মুখখন অস্পষ্ট কৰি তোলে। স্বপ্নিল অনুভূতিবোৰ খেলি-মেলি হৈ পৰে;—ঠিক ঢৌৰ তৰঙ্গৰ দৰে। ডেকা সৈনিকটোৱে দূৰলৈ দৃষ্টিপাত কৰে। দৃষ্টিৰ সিপাৰে শালগছবোৰৰ আঁৰত সন্ধিয়াৰ ৰঙা বেলিটো ডাঙৰ হৈ পৰিছে। অলপ পাছতে সি হেৰাই যাব।

পৃথিবীখনৰ বুকুৰ পৰা, কোনে জানে, হয়তো এদিন সিও হেৰাই যাব লাগিব। তাৰ জীৱন-বীণাৰ করুণ সুৰটো পাহৰণিৰ বুকুত বিলীন হৈ পৰিব। কেতিয়াবা এদিন সেই করুণ সুৰৰ লহৰে কোনো জনৰ হিয়াত কঁপনি তুলিব পাৰে। নুতুলিবও পাৰে। এটা সৈনিকৰ চিনাকিয়েই তাৰো পৰিচয়। তাতকৈ নিবিড় সম্বন্ধ তাৰ নাই। নিবিচাৰেও। একালত তাৰ জীৱন ঘটনাৱলীয়ে হয়তো একোটি পুৰণি সাধু-কথাৰ ৰূপ লবগৈ; যেনে, এসময়ত এটা সৈনিক আছিল। জীৱন, জাতি আৰু জনমভূমিক ৰক্ষা কৰিবৰ বাবে সি এটি সৈনিকৰ বেশত সীমান্তৰ মৰণ ছায়া ঘেৰা কদৰ্য্য পৰিবেশৰ মাজত জীৱন পাত কৰিছিল……ইমানেই।

বাস্তব জগতৰ লগত থকা জীৱনৰ অবিচ্ছেদ্য সম্বন্ধই তাক সচেতন কৰি তোলে। তাৰ মনটো অলপ ভাবাক্ৰান্ত হৈ পৰে। তাৰ ঘৰলৈ মনত পৰে। পশ্চিমৰ ওখ পাহাৰখনৰ সিপাৰে থকা দূৰদূৰণিৰ সৰু ঘৰখনে আজি যেন তাক ৰিঙি মাতিছে। সন্ধিয়া পদূলিমূৰৰ তুলসীবেদীৰ কাষত

স্তিমিত প্ৰদীপৰ পোহৰত জিলিকি উঠা ধ্যানৰতা মাকৰ প্ৰশান্ত, সৌম্য মুখখন সি কল্পনা কৰে। প্ৰবাসী পুতেকৰ মঙ্গল কামনা কৰি বৃদ্ধা মাকে চকুলোৰে কুল দেৱতাৰ চৰণ তিয়াই হিয়াৰ আৰতি ঢালি পূজা কৰে। সৰু ভনী জবাই মাকৰ কাষত বহি স্তোত্ৰ মাতি হয়তো তাৰেই মঙ্গল কামনা কৰে। ঘৰখনৰ মাক ভনীয়েক আৰু প্ৰতি বস্তুটোৱেই যেন অধীৰভাবে তাৰ আগমনৰ অপেক্ষা কৰি আছে; তাৰ মৰমৰ 'এলি' নামৰ কুকুৰটোৱেও।

শৈশৱত আয়েকৰ স্নেহৰ পাশত আবদ্ধ হৈ থাকোতেই সি জীৱনৰ পথটো বিচাৰি পাইছিল। এটা সৈনিকৰ পথ। মনৰ কল্পনাক বাস্তৱত ৰূপ দিবলৈ এদিন সি এই বাটেৰে আগবাঢ়ি গ'ল, স্ব ইচ্ছাই। চল্লিশ ইঞ্চিৰ বহল বুকুখন সবল মাংসপেশী, মাংসল কলাফুল আৰু সুৱাগী দেহৰ নিপোটল সৈনিকটোৱে কম আয়াসতে কোনোবা এটা মুহূৰ্ত্তত সেনা বিভাগত নামটো লিখাই পেলালে। অৱশেষত সি সৈনিকেই হ'ল। তেতিয়া সি সম্পূৰ্ণ উপলব্ধি নকৰিলেও বুজিছিল, সৈনিক জীৱনত 'আৰাম' থাকিলেও, স্ফুৰ্ত্তি থাকিলেও বিপদ আছে, ভয় আছে, এক দানবীয় অমানৱতা জড়িত আছে। কিন্তু তাৰ সন্ধানী দৃষ্টিয়ে জীৱনৰ স্তৰে স্তৰে বিচাৰি আহিছে.— কিবা এটা নতুনৰ বাৰতা, অভিনৱ সত্তাৰ মূৰ্ত্ত প্ৰকাশ। দুকুল উপচি পৰা যৌৱন জোৱাৰৰ বক্তিম কণিকাই বিভীষিকাৰ মাজেদি, আতঙ্কৰ মাজেদি, বুলেট-সঙ্গীনৰ বীভৎস বেদনাৰ মাজেদি নিজক প্ৰতিষ্ঠা কৰিবলৈ বিচাৰি আহিছে। জীৱনক লাগে অপ্ৰত্যাশিত, কল্পনাতীত, অবাস্তৱ কুহকৰ বাস্তৱ পৰিবেশ। হিয়াৰ যৌৱন ঋতুত প্ৰাণবৰ্ষাৰ 'মনচুন' নামিলে তাক বোধ কৰাৰ শক্তিয়েই বা ক'ত! যুদ্ধৰ সাজেৰে সুসজ্জিত হৈ হাতত 'ৰাইফল' লৈ সেনাৰ লগত 'মাৰ্চ' কৰি যাওঁতে তাৰ গাত অদম্য সাহসৰ, অতৃপ্ত কামনাৰ, অশান্ত উত্তেজনাৰ প্ৰবল শিহৰণ গোটেই গাতে বিয়পি পৰে। সৈনিক নিষ্ঠাৰ বাহিৰে সি সকলো পাহৰি যায়। তাৰ আত্মবিস্মৃতি ঘটে। হয়তো তীক্ষ্ণ দৃষ্টিৰ সমুখত শত্ৰুৰ গাত ফিৰিঙতি বৰ্ষণ হয়। বুটৰ ভৰত পৃথিবীৰ এচমকা ঠাই কঁপি উঠে। ছাঁৰ দৰে তাৰ পিচ লৈ ফুৰা মৃত্যুৰ বিকট চীৎকাৰো সি শুশুনা হয়। 'বেণ্ড-বিউগোল'ৰ ৰোমাঞ্চকৰ তানে সৈনিক সমদলৰ খোজবোৰ ঘন কৰি তোলে। উঠা-নমা, এঁকা-বেঁকা, পাহাৰী পথত সৈনিকৰ সবেগ পদক্ষেপৰ ধ্বনিয়ে পাহাৰ আৰু বননিৰ বুকুত কঁপনি তোলে।

ভাবৰ আতিশয্যত তাৰ কপালখন ঘামি উঠে। অবিচ্ছিন্ন চিন্তাৰাশিৰ ধাৰ বিচ্ছিন্ন কৰি দিবৰ বাবেই সি জেপৰ পৰা এটা চিগাৰেট উলিয়াই জলায়; আধা জ্বলা দীপ-কাঠিডাল জুৰিৰ পানীলৈ দলিয়াই দিয়ে। অকন অভিমান, অকন বুদবুদ আৰু অকন ধোঁৱা এৰি কাঠিডাল নুমাই যায়।

সি স্বপ্নাবিষ্টহৈ চুৰট টানে। চুৰটৰ পাতল ধোঁৱা, সান্ধ্য-পৃথিবীৰ সেমেকা ভাপ আৰু বনবীথিকাৰ সেউজৰ মাজত সি বহি থাকে, অকলে।

সি গছজোপাত আয়াসেৰে হেলান দি চুৰটৰ ধোঁৱাবোৰ ফু মাৰি দিগন্তলৈ চাই পঠিয়ায়। বেলি পৰা নাই, পৰিব।

তাৰ চাঁতকৰে জেপৰ চিঠিখনলৈ মনত পৰে। চিঠিখন তাৰ দেশৰ, একে গাৱঁৰ মৰমী নীলাই দিছে। এক উজ্জ্বল অনুভূতিৰ মৃদু শিহৰণ তাৰ মুখমণ্ডলত বিয়পি পৰে। সি এবাৰ পঢ়া চিঠিখন আকৌ উলিয়াই আগ্ৰহেৰে পঢ়ি যায়। নীলাই লিখিছে,—'চিঠিৰ উত্তৰলৈ অপেক্ষা কৰি থাকনি লাগিল। জানো, সৈনিক জীৱনত সময়ৰ নাটনি বুলি। কিন্তু কি আচৰিত, তোমাৰ সময়ৰ ইমানেই অভাৱ যে এখন চিঠি লিখিবলৈ লগা হোৱা সময়খিনিও ব্যয় কৰিবলৈ তুমি অপাৰগ।...' এইখিনি গ'ল মৰম আকলুৱা অভিমানিনী নীলাৰ গঞ্জনা-লিপি। শেহত লিখিছে, তোমাৰ সপোন দিঠকত পৰিণত হ'ল। কিন্তু কিয় জানো, যুঁজ বুলিলে দেখোন মোৰ মনটোত এচমকা ক'লা ডাৱৰে ঘেৰি ধৰেহি। ককাইদেউ, দূৰনিৰ নিসাৰ, নিসান্ধ্ৰ পাহাৰী কেম্পত পলকে পলকে গৰিলাৰ বুলেটৰ ধ্বনি প্ৰতীক্ষা কৰি থকা ৰাতিবোৰ কেনেবা কেনেবা নালাগেনে বাৰু? জীৱনলৈ খেলা নিঠুৰ সংগ্ৰামত শত্ৰুৰ কেঁচা তেজৰ চেকুৰাই মনলৈ বিষাদৰ ভাব নানেনে? জানো, তুমি নিৰ্ভীক, বীৰ্য্যবান। কৰ্ত্তব্যত তুমি অচল অটল। তথাপি যুদ্ধৰ কথা ভাবিলে মনটো সেমেকি উঠে। বাটেৰে যোৱা তোমাৰ গড়ৰ 'গোৰা' সৈন্য এটা দেখি তোমালৈ খুব মনত পৰিছে। আৰু আজি মনত পৰিছে তাহানিৰ সমৰখনৰ কথা, মানে, দ্বিতীয় মহা সমৰৰ কথা। বাটেদি যোৱা পল্টনৰ শাৰীবোৰ চাবলৈ আমি ল'ৰি গৈ পদূলিৰ নঙলাত থিয় দিছিলো। বগা বগা চাহাব, ক'লা ক'লা নিগ্ৰো আৰু মিঠা বৰণীয়া যুঁজাকবোৰে আমালৈ চাই হাঁহি গৈছিল। কোনোটোৱে 'টফি' যাচিছিল। ঘৰঘৰকৈ চলি যোৱা বিৰাট কামান আৰু মেচিন-গানৰ শাৰীবোৰ দেখি মোৰ বুকু কঁপি উঠিছিল। খচ্চৰ, ভেৰাৰ পালবোৰ দেখি আমি হাঁহিছিলো। মই ভাবিছিলো, যদি তাৰে এটাত উঠিব পাৰিলো-হেঁতেন! অ', ওথ, বগা সৈনিকটোৱে ৰাইদেউক জোকোৱাৰ কথা তোমাৰ মনত আছেনে বাৰু? তুমি যে লাঠিডাল লৈ তালৈ চোঁচা লৈছিলা! ৰবাই তোমাক আগচি ওভোটাই আনিছিল। খণ্ডত ৰঙা-চঙা পৰি তুমি তাক অকথ্য ভাষাৰে গালি পাৰিছিলা। সি নিৰ্বোধৰ দৰে চাই থাকি এটা কঠুৱা হাঁহি মাৰি আঁতৰি গৈছিল। তেতিয়া যে কদাকাৰ সৈনিকবোৰ দেখি ইমান ভয় লাগিছিল।...'

চিঠিখন আধা পঢ়াকৈ এৰি সি সমুখৰ সুবিস্তৃত সেউজবাশিলৈ চায়।

হয়, যোৱা মহাযুদ্ধৰ কথা তাৰ মনত আছে। সি চৈধ্য-পোন্ধৰ বছৰীয়া। তাৰ ওচৰ-চুবুৰীয়া নীচি, পুতু, নীলা আৰু সি,—সকলোৱে মিলি বাটেদি যোৱা সেনাৰ শাৰীবোৰ তন্ময় হৈ চাইছিল। সৈনিকৰ সাজ-সজ্জা, নিয়মানুবৰ্ত্তিতা আৰু নিৰ্ভীক আচৰণে তাক মুগ্ধ কৰিছিল। কৃত্ৰিম যুঁজ-বাগৰৰ খেলাবোৰ তাৰ বৰ প্ৰিয় আছিল। সি কাঠৰ বন্দুক এটা সাজি, খাকিৰ 'টুইট' পিন্ধি অধিনায়কৰ বেশত আগে আগে 'মাৰ্চ' কৰি লগৰীয়াবোৰক 'লেফট্ ৰাইট' কৰাই নিছিল। কোনোবাই নিয়ম ভঙ্গ কৰিলে সি কৃত্ৰিম খং দেখুৱাই কাণৰ বন্দুক তোঁৱাইছিল ভৱিষ্যতে সৈনিক হোৱাৰ দুৰন্ত হাবিয়াসে তেতিয়াই তাৰ অন্তৰত ঠাই লৈছিল। এদিন সি তা

অন্তৰঙ্গ লগৰীয়া নীলাৰ আগত ক'লে—'নীলা, মই সৈনিক হ'ম। 'ফাইটিং' কৰিম। 'ফাইটিং!' জান 'ফাইটিং,' 'বুলেট'ৰ সংঘৰ্ষ, সঙ্গীন দেগাৰৰ নিৰ্ম্মম খোচ! সি হাঁহিছিল। তাৰ হাঁহিত ভাবপ্ৰাপ্ত 'কেপ্টেইন'ৰ সন্মুখ সংগ্ৰামত বৰটোপৰ ধোঁৱাৰ মাজেদি মুখৰিত হোৱা কৰ্কশ হাঁহিৰ ৰোল। তাই স্তব্ধ হৈ তাৰ মুখলৈ চাই ৰৈছিল। তাই কল্পনা কৰিবলৈ চেষ্টা কৰিছিল, তেজৰাঙা সমৰভূমি এখনৰ শ্মশানিক, শোকাবহ পৰিবেশ। তাই হঠাৎ নিঃসহায়, ভীতি বিহ্বল চাৱনিৰে অনুৰোধৰ সুৰত তাই কৈ উঠিছিল,—'ককাইদেউ, তুমি সৈনিক নহবা; কোনবাই গুলিয়ালে মৰিবা। মই কান্দিম। মা আৰু বৰ মাইতেও কান্দিব নহয়!' 'ধেৎ আকৰী, আনে গুলীয়ালে হবলা মই চাই থাকিম।' সি ক'লে। 'নাই নালাগে, আমি ঘৰতে দৰা-কইনা খেলিম পাই। তুমি গ'লে কোন দৰা হ'ব?'

'বাৰু, বাৰু সেয়ে হ'ব দে' বুলি সি তাইৰ ঢুলঢুলীয়া পৰা চকু কেইটালৈ চাই হাঁহি দিলে। তায়ো হাঁহিছিল। তাইৰ কোমল গালখনত এটা চৰ মাৰি সি তাইৰ ডিঙিত সাবটি ধৰিছিল।· ·

শৈশৱৰ লগৰী নীলাৰ অনুপম ৰূপটো তাৰ চকুত প্ৰকট হৈ উঠে। তাৰ জীৱনৰ সুখ-দুখ, খেল-ধূলা, পঢ়া-শুনা আদি সকলোতে তাই অবিচ্ছেদ্য ভাবে জড়িত হৈ আহিছে। কিন্তু আজি সি নিজকে সম্পূৰ্ণ অকলশৰীয়া অনুভৱ কৰে। তাৰ কাষত নীলা নাই। তাৰ পৰা হাজাৰ মাইল দূৰৰ ভৈয়ামৰ এখন চিনাকি গাৱঁৰ এমূৰে নীলাই হয়তো এতিয়াও তাৰ কথাই ভাবিছে। আৰু সি···।

এটোপা তপত চকুলো চিঠিখনৰ ওপৰত পৰি ৰয়।

সি চিঠিখন পঢ়ি যায়······'কালি ৰাতি এটা অমঙ্গলীয়া সপোন দেখি মনটো উচপিচাই আছে। তুমি যে যাওঁতেও মোক মাত লগাই নগলা। মোক বেজাৰ দি তুমি ভাল পোৱা।···'

সি চিঠিখন জপাই থয়। নীলাৰ বাবে সি অনুতাপ কৰে। তাৰ বেজাৰ লাগে।

সি আকৌ এটা চুৰট জ্বলায়; আঠুৰ মূৰত হাত দুটা থৈ নিজৰ কোমল দেহাটো এবাৰ নিৰিক্ষণ কৰে। তাৰ সোঁহাতৰ ঠাৰিৰ বুলেটৰ দাগটো নিঃচিহ্ন হোৱা নাই। সি এবাৰ আলসুৱা ভাবে দাগটোত হাত বুলায়। দাগটো পৰশ কৰি সি এটা হুমুনিয়া কাঢ়ে। এইটো যুদ্ধৰ চিন। যোৱা বছৰ থিক এনে এটা সন্ধিয়া গৰিলা বাহিনীৰ সৈতে সিহঁতৰ সেনাৰ গুলীবিনিময় হৈছিল। হাতত গুলী বিদ্ধ হৈ থিয় পাহাৰৰ ঠেক গিৰিশঙ্কট এটাৰ কাষৰ জোপা এটাত সি অজ্ঞান হৈ পৰি আছিল। পৰম বন্ধু 'ৰাইফল'টো অসহায় ভাবে তেতিয়াও তাৰ বাওঁহাতৰ মুঠিত আছিল। তাক তেনে অৱস্থাৰ পৰা সঙ্গী অৰ্জ্জুন সিঙে তুলি নিছিল। কেৱল এটা মুহূৰ্ত্ত। সেই পলকত গুলীটো হাতত নালাগি বুকুত লগা হলে সকলো শেষ। তাৰ পাচত নিৰানন্দময়, নিসাৰ, চেচা আস্পতালত তিনি মাহ উৎকট যন্ত্ৰণা। সিমান দিন সি একেখন বিছনাতে বিৰত চট্ফটাই পৰি আছিল। তাৰ কৰুণ, দুৰ্ব্বল দৃষ্টি মোৰ সৰু কুঠৰীটো এৰি শান্তিৰ সন্ধানত দূৰৰ পৰ্ব্বতে-

কন্দৰে বগাই ফুৰিছিল। মুমুৰ্ষু জীৱনটোত আশাৰ সঞ্চাৰ কৰিছিল অকলশৰীয়া নাৰ্চজনীৰ খন্তেকীয়া আবিৰ্ভাৱে। অচিনাকি নাৰ্চজনীৰ স্মিত হাঁহিটো, মৃদু পৰশকণ আৰু 'ভাল হবা' বোলা মধুৰ স্বৰটোৱে তাক অভিভূত কৰি তুলিছিল। সি জীয়াই থাকিব। এবাৰ মধুসৰা মাত আৰু এটি মৃদু হাঁহিৰ বিনিময়ত সি চিৰকাল জীয়াই থাকিব, সি ভাবিছিল। নাৰ্চজনী নোহোৱা হলে হয়তো···।

দূৰত শিবিৰৰ কাষত জ্বলা সন্ধিয়াৰ 'বোন ফায়াৰ'কুৰা গছৰ ফাকেদি জিলিকি উঠে। লগে লগে দুই এজন সৈনিকৰ উচ্ছ্বাস উচলা 'হেই হ' ৰব।

অলপ আগতে দোন যেন হৈ উখহি পৰা সেন্দুৰীয়া বেলিটো নেদেখা হৈছে।

বেলি পৰিল। সি দূৰণিলৈ চাই দেখিলে, নীল সাগৰৰ বুকুৰ পৰা এন্ধাৰৰ ঢৌবোৰ তাল-তমাল-হিজল, বাঁহ-বেত-চোৱা, অশোক-বকুল-চঁপা বন-বীথিকাৰ আগেদি বাগৰি বাগৰি পৃথিবীৰ বুকুত ডোঙা বান্ধিছে।

সি বহাৰ পৰা উঠি কেম্প মুৱা হৈ ধীৰে ধীৰে খোজ চলায়।

হঠাৎ অদূৰত সি কাৰবাৰ অস্ফুট কণ্ঠস্বৰ শুনি স্তব্ধ হৈ ৰয়। সি সন্দিগ্ধ দৃষ্টিৰে চাৰিও-ফালে চায়। জোপা এটাৰ গহৈনা লৈ প্ৰায় চাৰি-পাঁচটা মান ছাঁ তাৰ ফালে আগবঢ়া দেখি তাৰ বুকুখন কঁপি উঠে। পিচ মুহূৰ্ত্ততে তাৰ ভিতৰৰ সৈনিক মানুহটো সজাগ হৈ পৰে। ভেপৰ পৰা বিভলভাৰটো উলিয়াই সি নিৰ্ভীক মনে থিয় দি চিঞৰি উঠে—কোন?

নীৰৱ—

"থিয় দি থাক, এখোজ আগুৱালেই গুলী কৰিম"—বুলি সি বন্দুক টোৱাই নিচান কৰে।

ফট্ ফট্ ফট্···। ধোঁৱা উৰাই এজাউৰি বুলেট বিয়পি পৰে। নিমিষতে নিজম পাহাৰৰ বুকুখন মহাকালৰ সুতীব্ৰ চিৎকাৰত চিটাচিট্ দিয়ে। পাহাৰখন কঁপি উঠে। গছ, বন, লতা আৰু বনফুলৰ সেউজ আৰু সুৰভীৰ আঁৰত মৃত্যুৰ ছাঁয়া নামে। এক বিভৎস পৰিবেশ। প্ৰাণান্তিক।

'আস্'! জোপাৰ একাষে এটা ছাঁ ভূমিসাৎ হয়। দুই এটা ক'লা অবয়বী সত্তাৰ চঞ্চল পদক্ষেপত জোপোহা ডাল-পাত লৰি উঠে। অচঞ্চল নিজৰাৰ অগভীৰ পানীত খলকনি উঠে।

'উস্'! এটা গোঙনি। মৃত্যুমুখী মানৱৰ আৰ্ত্ত চিৎকাৰ। হেলচজোপাৰ অদূৰত, জুৰিৰ পাৰত অচিন সৈনিকৰ নিস্প্ৰাণ দেহটো জড় হৈ পৰি ৰয়, যুগান্তৰলৈ।

তাৰ বুকুৰ পৰা ছুৰবিৰ এচমকা ঠাই ৰাঙলী কৰি তোলা তেজৰ চেকুৰাকণ শুকাই যাব।



# স্মৃতিৰ পটত

শ্ৰীলোকেশ্বৰ গগৈ,
২য় বাৰ্ষিক, কলা।

যুক্ত প্ৰদেশৰ লক্ষ্নৌ জংচন। মানুহৰ সমাগম খুব ভীৰ। গাড়ীখন অলপ পাচতেই এৰিব। হঠাতে চকু পৰিল এজনী যৌৱনৰ ধুমুহাই থৌকি-বাথৌ কৰি থকা যুৱতী। তাইক মেলানি মাগি মিছ্ হকীয়ে গাড়ীত উঠিবলৈ আহিছে। ৰেলৰ প্ৰথম উকি পৰিল। হকীয়ে গাড়ীত উঠিবলৈ ধৰোতেই, সেই গাভৰু ছোৱালী জনীয়ে হকীলৈ চাই কান্দিবলৈ ধৰিলে। গাড়ীৰ পৰা হকীয়ে ক'লে—"দ'ন্ট ক্ৰাই, দ'ন্ট ক্ৰাই"। সেই গাভৰু গৰাকীৰ ওচৰত এজন থুলন্তৰ ডেকা আমন্-জিমন্‌কৈ থিয় হৈ আছিল। সি ভাবিছে হকীৰ লগত আনন্দৰ চোৰেৰে ফুৰি ফুৰা, ধেমালি কৰা আজি অৱসান ঘটিল। তাৰ মনত কিমান আঘাট লাগিব ধৰিছে।

জানুৱাৰী মাহৰ কুৰি দিন গৈছে। অত্যন্ত কুৱলী, খুব জাৰ। নিয়ৰত হাত-ভৰি ঠৰঙ্গা হৈ পৰিছে। পূবফালে সূৰুয কোঁৱৰে ভুমুকি মাৰিছে। গাভৰু লিলিজনীয়ে বেজাৰত জাৰ অনুভৱ কৰিব নোৱাৰা হৈ পৰিছে। হকী আকৌ গাড়ীৰ পৰা নামি লিলিক বুকুত সাৱটি ধৰি চুমা এটি খালে। লিলিক খুব বুজালে, কিন্তু তাই নুবুজে। হকীয়ে সিহঁতক ক'লে, "তোমালোক বেচি দিন লক্ষ্নৌ চহৰত থাকিব নালাগে, অতি সোনকালে নিজৰ ঘৰলৈ যোৱাগৈ।"

মই গাড়ীত খুব আৰামেৰে বহি "চোভিয়েট্ লিটাৰেচাৰ" নামে এখন আলোচনী পঢ়িবলৈ ধৰিলো। ওচৰতে থকা কেইজনমান যাত্ৰীয়েও চিগাৰেট হুঁপিবলৈ ধৰিলে। তাৰ ধোঁৱাই গোটেই কোঠালীটো আৱৰি ধৰাত মোৰ আমনি লাগিল। গতিকে সিহঁতক চিগাৰেট নাখাবলৈ অনুৰোধ কৰিলোঁ। হকীয়ে সিহঁত দুয়োকো সাকৰা উপদেশ দি বিদায় ল'লে। তাই আমাৰ কোঠাটোতেই উঠিল। মই মনতে ভাবিলোঁ তেওঁৰ লগত কেনেকৈ পৰিচয় হওঁ। মনটো খুব উগুল-থুগুল লাগি পৰিল, তেওঁৰ ৰহস্য কেনেকৈ উদ্‌ঘাটন কৰিব পাৰো।

দ্বিতীয় বাৰ গাড়ীৰ উকি পৰিল। ভাবিলো এতিয়া গাড়ী এৰিব। চকু কেইটা ঘূৰাই বাহিৰলৈ লক্ষ্য কৰিলোঁ। দেখিলোঁ যে, কিমান মানুহে কামৰ খৰ-খেদা কৰিব লাগিছে, তাৰ লেখ নাই। লাহে লাহে গাড়ীখন চলিবলৈ ধৰিলে। হকীয়ে আমাৰ কোঠাৰ খিড়িকিখন খুলি ল'লে। খিড়িকিৰ

সুৰঙ্গাইদি হাত উলিয়াই তেওঁ লিলি আৰু তাক হাত জোকাৰি জোকাৰি ক'লে,—"গুড্‌বাই গুড্‌বাই।" ৰেলখন লাহে লাহে লিলিহঁতৰ পৰা আঁতৰ হৈ যাবলৈ ধৰিলে। লিলিহঁতেও সতৃষ্ণ নয়নেৰে গাড়ীখনলৈ চাই থাকোঁতেই করুণ দৃশ্যটি আঁতৰ হৈ গ'ল।

হঠাৎ আমন্-জিমন্‌কৈ মোৰ কাষতে বহি পৰিল। বিত্‌চকুযোৰ খুলি ল'লে। তেওঁৰ চকুযোৰত দুটোপাল চকুৰ পানী মুকুতাৰ দৰে দেখা পালোঁ। দৃশ্যটো দেখি বেজাৰো লাগিল। তেওঁ ৰুমালখন উলিয়াই লাহে লাহে অশ্রুধাৰা মচি ললে। মোলৈ এবাৰ চালে আৰু এটি ধুনীয়া হাঁহি মাৰিলে। মই উপলব্ধি কৰিব পাৰিলোঁ যে, তেওঁৰ বয়স তিনি কুৰিৰ দেওনা পাৰ হোৱা নাই। দাঁত কেইটা পিতলৰ দৰে চিক্‌চিকিয়া, গাখীৰৰ দৰে বগা। গাৰ বৰণ মাগুৰবৰণীয়া। হাতত হাত-মোজা, ভৰিত ভৰি-মোজা। বাওঁহাতত এটা ৰূপৰ হাতঘড়ী, তনুত মৃগা-বৰণীয়া চিক্কণ 'গাউন'। চুলিবোৰ কুমলীয়া লতাৰ দৰে একাঁ-বেঁকা। তেজে গাত ফাটি যাওঁ, চিটি যাওঁ কৰিব লাগিছে। চকুৰ চেলা-উৰিযোৰ যেনিবা দুখন ৰামধনুহে। তেওঁ যেনিবা 'ববদৈচিলা'হে, মাকৰ ঘৰত বিহু খাবলৈ গৈছে। মই মনত ভাবিছিলোঁ যে, যৌৱনকালত তেওঁ কিমান লহ্-পহীয়া আছিল।...

তেওঁ ঘপহকৰে ওপৰৰ বেঞ্চত থকা নিজৰ 'লিডাৰ চুট্‌কেচ্'টো নমাই আনিবলৈ যত্ন কৰিলে; কিন্তু সকলো মিছা। চুট্‌কেচ্‌টো বৰ গধুৰ আছিল। তেওঁৰ সেই দৃশ্য মই চাই আছিলোঁ। মই ঘপৰাই ক'লোঁ, "মে' আই হেল্‌প্ ইউ?" তেওঁৰ মনত আনন্দ বিৰিঙিল। অলপ আঁতৰি দিলে। মই যত্ন কৰি চুট্‌কেচ্‌টো নমাই আনি দিলোঁ। তেওঁ ক'লে, "থেঙ্ক্ ইউ।" তেওঁ তাৰ পৰা তুলিখন উলিয়াই বেঞ্চ এখনৰ ওপৰত পাৰি ল'লে। তাতে তেওঁ আৰামেৰে বহি পৰিল।

অলপ পাছতে তেওঁ মোক সুধিলে, "আপুনি এতিয়া যাব ক'লৈ"? মই অচিনাকি যাত্ৰীৰ মুখত এনে এযাৰী অসমীয়া মাত শুনাত বৰ আচৰিত হ'লোঁ। মই গহীনাই উত্তৰ দিলোঁ, "আজি মই আগ্ৰা নগৰীলৈ যাম, তাত কেৱল এক সপ্তাহ থাকি দিল্লীলৈ যাম"। তেওঁ মোৰ উত্তৰ শুনি বৰ আনন্দিত হ'ল। তেওঁ ক'লে, "বৰ ভাল কথা, আমি দুয়ো একেলগে আগ্ৰাৰ পৃথিৱী বিখ্যাত তাজৰ কাষ চাপিব পাৰিম"। মই প্ৰশ্ন কৰিলোঁ, "আপুনি ইংৰাজ জাতৰ মানুহনেকি?" তেওঁ উত্তৰ দিলে, "মই ইংলিচ নহয়, চুইডিচ্‌হে। মই আজি প্ৰায় ত্ৰিশ্ বছৰ ভাৰতত বাস কৰিছোঁ"। কথাষাৰ শুনি আচৰিত হ'লোঁ। মই সুধিলোঁ, "আপুনি বেয়া যদি নাপায় মই কেইটামান প্ৰশ্ন কৰিব পাৰো।" তেওঁ উত্তৰ দিলে—"মোৰ একো আপত্তি নাই"। অলপ সকাহ পাই প্ৰশ্ন কৰিলোঁ, "আপোনাৰ ব্যৱসায় কি?" তেওঁ অলপো কুণ্ঠিত নহৈ উত্তৰ দিলে। "অসমৰ খুমটাই বাগানত মেনেজাৰী কৰোঁ।" মই আকৌ প্ৰশ্ন কৰিলোঁ "আপুনি ইমান দিন অসমত ব্যৱসায় কৰি পেট প্ৰবৰ্ত্তাই আছিলনে?" কথাটো কিমান দূৰ সত্য মই ভাবিবই পৰা নাছিলোঁ। তেওঁ লাহে লাহে তললৈ মূৰকৈ কবলৈ ধৰিলে,—"জগত বিখ্যাত

কাঞ্চিবঙ্গা মহা অৰণ্যত গড় চাবলৈ পৃথিবীৰ শ্ৰেষ্ঠ প্ৰকৃতিৰ লীলাভূমি অসমত ফুৰিবলৈ আহিছিলোঁ। মোৰ লগত দেউতা আৰু ভাই এজনো আহিছিল। তেওঁলোকে অসমত এমাহ কাল ভ্ৰমণ কৰি ঘৰলৈ ঘূৰি গ'লগৈ। যাবৰ সময়ত মোক দেউতাই অৰ্থ দি থৈ গৈছে। সেই অৰ্থেৰে মই কিছু বছৰ অসমত ঘূৰি ফুৰিলোঁ। সেই টকাৰেই লঙ্কা, চীন, জাপান, জাভা আদি ঠাইত ভ্ৰমণ কৰি আহিলোঁ। সকলোতকৈ মোৰ ভাল লাগিল, শস্যশ্যামলা এই সোণত সুৰগা অসমখনি। গতিকে মই জীৱনৰ শেষ নিশ্বাস পেলোৱালৈকে ইয়াতেই থাকিবলৈ মন বান্ধি আছোঁ। কিছু দিনৰ পাছত বিগত জীৱনৰ দিন কেইটা অতিবাহিত কৰিবলৈ অৰ্থৰ নাটনি পৰিল। গতিকে প্ৰাণ ধাৰণ কৰিবলৈ ভাৰত অৰ্থাৎ সেই সময়ৰ ইংৰাজ চৰকাৰৰ তলত চাকৰি কৰিবলগীয়াত পৰিলোঁ।" আকৌ প্ৰশ্ন কৰিলোঁ, "আপুনি আপোনাৰ জন্মভূমিলৈ ঘূৰি যাবলৈ ইচ্ছা প্ৰকাশ নকৰেনে?" তেওঁ ক'লে, "এবাৰ গৈছিলোঁ কিন্তু বৰ ভাল নালাগিল। গতিকে অসমলৈ ঘূৰি আহিবলৈ বাধ্য হৈ পৰিলোঁ।

"মই এনেকৈ প্ৰশ্ন কৰাত তেওঁ সঁচাকৈ ভাবি উঠিছিল মানুহজন কেনে নীচ মনৰ!" মই এই বুলি কোৱাত তেওঁ ক'লে, "অসমৰ মানুহবিলাক অজলা, সৰল, মুকলি মনৰ। তেওঁলোকে মানুহৰ লগত চিনাকি হবলৈ বৰ যত্ন কৰে। এবাৰ যদি তেওঁলোকৰ লগত হাঁহি এটা মাৰি কথা পাতিলে। তেওঁলোকে দুনাই কথা পাতিবলৈ লাজ নকৰে। তেওঁলোকে অন্তৰ ফালি কথা পাতে।" এনে সুন্দৰ কথাবাৰী শুনি মনত আনন্দ লাগিল। মনত গৌৰব অনুভৱ কৰিব পাৰিলোঁ। লাহে লাহে তেওঁক ক'লোঁ "ময়ো সেই অসম দেশৰ"। কথাষাৰি শুনি তেওঁ বৰ আনন্দিত হ'ল। তেওঁ মোক বহুত সুধিলে। মই সকলোখিনি চমুকৈ ক'লোঁ। অলপ দেৰিকৈ তগুলা জংচন পালোঁগৈ। তাতে চাহ-মিঠাইৰ দোকানীয়ে কোৱা শুনিলোঁ—"চাহ পিজিয়ে"। মই তাক গজা দুটা আৰু চাহ দুকাপ আনিবলৈ আদেশ দিলোঁ। সিয়ো সোনকালেই দি গ'লহি। চাহ খাই আন কথা পাতিবলৈ লাগিলোঁ। মই প্ৰশ্ন কৰিলোঁ— "লক্ষ্মৌ জংচনত বিদায় লোৱা সেই ডেকা-ডেকেৰীইতনো কোন?" তেওঁ উত্তৰ দিলে, "দুয়ো চুইজাৰলেণ্ডৰ, দুয়ো চুইডিচ্ চৰকাৰৰ তলত কাম কৰে। সেই থুলন্তৰ ডেকাৰ লগতেই যুৱতীৰ বিবাহ হৈ গ'ল।" মোৰ তেওঁৰ কথাবোৰ শুনি বৰ ভাল লাগিল। মাজে মাজে মূৰ দুপিয়াই শুনি আছোঁ। তেওঁ আকৌ ক'লে, "প্ৰথমে সেই যুৱতী লিলিজনীয়ে যুৱক তাৰৌক নিজৰ প্ৰাণ-পতি পাতিবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল। তেওঁ প্ৰহেলিকাময় জগতৰ ভাব-ভাষা বুজিব নোৱাৰিছিল। আন এগৰাকী ৰংচঙীয়া যুৱকক প্ৰাণ-ভৰি ভাল পাইছিল। তেওঁকেই জীৱনৰ দেৱতা বুলি ভাবি লৈ পূজা কৰিছিল। পিছে দুবছৰৰ পাছতেই সেই চিৰ-সঙ্গীজনাৰ মৃত্যু ঘটিল। গতিকে মনত তেওঁ খুব আঘাট পালে। চিৰকাল অবিবাহিতা হৈ জীৱন অতিবাহিত কৰিবলৈ মন বান্ধিলে। তেওঁৰ যৌৱনৰ মধুময় দিন কেইটা বিফলে যাবলৈ নিদি সেই তাৰৌৰ লগত বিবাহ পতাই

দিলোঁ। তেওঁ মোক খুব ভাল পাইছিল; শ্ৰদ্ধাও কৰিছিল। গতিকে মোৰ আদেশ পালন কৰিবৰ হেতু সেই যুৱকক বিবাহ কৰি জীৱন নিৰ্ব্বাহ কৰি আছে। তাৰৌ এজনা সৰল, গম্ভীৰ স্বভাৱৰ লোক। তেওঁ সিলিৰ যৌৱন কালৰ সকলো গুপ্ত কাহিনী জানে। তথাপি তাৰৌৱে সেই যুৱতীক ঘৃণা কৰা নাছিল। বৰং মৰমহে কৰিছিল।" এনে এগৰাকী তিৰোতাক বিবাহ কৰোৱাত মই তাৰৌক খুব ধন্যবাদ নিদি নোৱাৰিলোঁ। তেওঁ নতুন স্বামী লাভ কৰিও সেই পিলিঙ্গা ডেকাক স্মৃতিৰ পটৰ পৰা মচ্ নিয়াব পৰা নাছিল।

তাৰ পাছত ৰাংৰিং ষ্টেচন পালোঁগৈ। তাত বাহিৰৰ পৰা শুনিলোঁ—"অ' ভাত, অ' ভাত"। ততালিকে আমালৈ ভাত আনিবলৈ আদেশ দিলোঁ, "ভাত দুই প্লেট, ডাইল দুই কাপ, মাছ ভাজিৰ সৈতে আনি আমাৰ আগত দিলেহি। লাহে লাহে আমি ভাত খাই শেষ কৰিলোঁ। আবেলি দুটা বাজিছে। গাড়ীৰ উকি পৰিল। লাহে লাহে গাড়ীখন যাবলৈ ধৰিলে। দুয়ো বাহিৰৰ প্ৰকৃতিৰ লীলাভূমিখন চাই মনত আনন্দ লাভ কৰিলোঁ।

আবেলি মুনি-চুনি বেলিকা। চাৰিওকালে জনতাৰ কোলাহল। গাড়ীখন আগ্ৰা জংচনত থামিল। আমাৰ বস্তু-বাহানিৰে সৈতে নামি পৰিলোঁ। হকীয়ে মোক ক'লে, "আমি দুয়ো একেটা হোটেলতে থাকিম, বেয়া হ'ব জানো?" মই মূৰ দুপিয়াই তেওঁৰ কথাত হয়ভৰ দিলোঁ। গতিকে দুয়ো আগ্ৰা জংচনৰ কাষত থকা 'মহাৰাজ হোটেল'ত থাকিবলৈ ল'লোঁ। দুয়ো দুটা কোঠা বন্দৱস্ত কৰি ল'লো। ৰাতি হোটেলত ভাত-পানী খাই আনন্দ মনে নিদ্ৰাদেৱীক মাতি আনিলোঁ।

পাচ দিনা পুৱা খুব সোনকালে উঠিলো। লাহে লাহে পূব পিনে সূৰুয কোঁৱৰে ভুমুকি মাৰিছে। "তিমিৰ ফেৰিয়া বাজ, ৰবিৰ কিৰণ"ৰ দৰে আমাৰ হোটেলত বেলি বেঙনি পৰিছেহি। নগৰৰ গছ-গছনিসমূহত প্ৰভাতৰ ৰেণু পৰি অপেশ্বৰীৰ দৰে ধুনীয়া হৈছে। তৰু-লতাইঁতে আনন্দত হালি-জালি আমাক আদৰণি জনাইছে। নিলগত দেখা বাদুলিহঁতে আনন্দ এৰি গছৰ ডালত পৰিছেহি। লাহে লাহে বেলি আকাশৰ ওপৰলৈ উঠিবলৈ ধৰিলে। আমিও 'ব্ৰেক্-ফাষ্ট' খাই আজৰি হৈ ললো। টাঙ্গা এখন ভাড়ালৈ আনিলো। দুয়ো একে টাঙ্গাতে 'তাজ' চাবলৈ বুলি ৰাওণা কৰিলো। ভাড়া ১৪৲ টকা। বাটত থকা মোগল গৌৰৱ 'আগ্ৰা কিল্লা'ত দুয়ো নামি পৰিলোঁ। প্ৰৱেশ-দ্বাৰত টিকত লৈ দুয়ো ফৰ্টত সোমাই পৰিলো। তাত থকা সকলো কাৰু-কাৰ্য্য চাই আনন্দ উপভোগ কৰিলো। তাৰ পৰা আধা ঘণ্টাৰ পাছত বাহিৰলৈ ওলাই আহিলো। ফৰ্টৰ কাষত অমৰসিংহৰ শৈল প্ৰতিমূৰ্ত্তিটো দেখিলো। দেখি বৰ আচৰিত নহৈ নোৱাৰিলো। আমাক 'গাইড্' এজনে ক'লে যে, "এই অমৰসিংহই ঘোঁৰাৰে সৈতে ৭৫ ফুট ওখ দুৰ্গৰ পৰা জাপ মাৰিছিল।" তাৰ পাছত আমি টাঙ্গাত আকৌ উঠি পৰিলো। তাজৰ কাষত নামিলোহি। আগৰ বাৰৰ দৰে টিকত লৈ আকৌ আমি তাজৰ চৌহদত সোমাই পৰিলো। হকী আনন্দত থৌকি-বাথৌ হৈ

পৰিছিল। অলপ পাছতেই আচৰিত হৈ পৰিল। মোগলৰ কারু-কাৰ্য্যসমূহ দেখি তাজৰ চৌহদত কিমান যে মানুহৰ সমাগম তাৰ লেখ নাই। আমি লাহে লাহে দ্বিতীয়খন প্ৰবেশ দ্বাৰত সোমাই পৰিলো। তাৰ সন্মুখত এখন যমুনাৰ জলৰ সাগৰ আছে। তাৰ পানীয়ে তাজৰ সৌন্দৰ্য্য খুব বঢ়াইছে। তাৰ কাষে কাষে বিলাতী ফুল-ইতে আমাক চিনাকি দিবলৈ হালি-জালি বাউলি হৈ মাতিছে। দুই-চাৰিটা বিহগে তাজৰ গৰিমাৰে গান গাবলৈ ধৰিছে। এনে অপূৰ্ব্ব সৌন্দৰ্য্যত মোহ গৈ তেওঁ একেথৰে ছবিত অঙ্কন কৰা মানুহৰ দৰে তাজক উদ্দেশ্য কৰি চাব লাগিছে। মই হকীক তাজৰ ভিতৰলৈ যাবলৈ মাতিলো। তেওঁ প্ৰথমে অমান্তি হৈছিল যদিও পাচত মান্তি হ'লগৈ। তেওঁ ভাবিছিল প্ৰেমৰ মন্দিৰত সোমালে কিবা অপৰাধ লাগিব পাৰে। দুয়ো জোতা কেইযোৰ তাজৰ সন্মুখত খুলি থৈ তাজৰ ভিতৰ সোমাই পৰিলো। ভিতৰত থকা সকলো কারু-কাৰ্য্য চাই শেষ কৰিলো। তাজৰ কাষত থকা যমুনা নদীখনো দৰ্শন কৰি আহিলো। মনত বেচ আনন্দ লাগিল। হকী যেনিবা সজাৰ ভিতৰত থকা বিহগৰ দৰে কিবা চিন্তাতহে আছে। তেওঁ তাজৰ প্ৰথম দুৱাৰত প্ৰবেশ কৰাৰ পাচৰ পৰাই কথা-বাৰ্ত্তা পাতিবলৈ এৰি দিলে। পাছে মই তেওঁৰ মন বুজি তাজৰ ফুলনিত সোমাই পৰিলো। তেওঁ এইবাৰ মোক ক'লে, "আমি দুয়ো কাঠৰ বেঞ্চখনতে বহোঁ আহক।" মযো তেওঁৰ কথাত হয়ভৰ দি বেঞ্চত আৰামেৰে বহি পৰিলো। তেওঁ ক'লে, "এনে নিজান ঠাইত বহিহে ভাল লাগে।" মই জেপৰ পৰা ফাউণ্টেন্ট্‌টো উলিয়াই তলত দিয়া কবিতাটো লিখি পেলালো। কবিতাটো হকীৰ আগত পঢ়ি শুনালো। তেওঁ ক'লে, "বেচ্ বঢ়িয়া হৈছে।" তেওঁ বহুত সময় কিবা ভাবি আছিল। মই তেওঁ এনেদৰে থকা দেখি সুধিলো, "আপুনি কিয় মন মাৰি আছে।" তেওঁ ক'লে, "অতীতৰ পাহৰণি সপোনৰ কাহিনীটো এনে সংসাৰৰ পৰা ফালৰি কাটি নাথাকিবৰ কাৰণেই মই লিলিক সাঁথৰ সংসাৰত বিবাহ পতাই দিলো। সিবিলাক কথা মনত পৰিলে বেজাৰ লাগে"।

মোৰ মনত সন্দেহ হ'ল। হকীৰ জীৱন কাহিনীৰ কিবা এটা ৰহস্যজনক কথা আছে। মোৰ মনত উত্তল-পুথল লাগিল। মই ভাবিলো এতিয়াহে ৰহস্য উদ্ঘাটন কৰিব পাৰিম। গতিকে মই প্ৰশ্ন কৰিলো, "আপোনাৰ সেই লক্ষ্ণৌ চহৰত মেলানি মগা তাৰোঁইত কিবা ওচৰ-সম্বন্ধীয়নেকি?" তেওঁ ক'লে, "আমি সিমান সম্পৰ্কীয় মানুহ নহলেও একে জকাইচুকৰ মানুহ। দ-কৈ গমি চাব মযেই সেই লিলি।" উত্তৰ-ফেৰা শুনি মনতে ভাবিলো কথাটো আচৰিত।

তেওঁ বেঞ্চত আৰামেৰে আউজি, ওঠত করুণ ৰং লৈ অন্তৰত বিৰহ-বিচ্ছেদৰ হুমুনিয়াহ কাঢ়ি কাঢ়ি ক'লে, "আজি ত্ৰিশ্‌ বছৰৰ আগতে তাই এজনী ভৰ-যৌৱনা গাভৰু আছিল। তাইৰ আছিল এটি সৰল হাঁহি, এখন সৰল অন্তৰ।" ওচৰত থকা গীৰ্জ্জাঘৰত বাৰটা ঘণ্টাৰ মাত শুনিলো। ৰতৰ বৰ মৃদু। তাজৰ চৌদিশে ডাৰৰহঁতে আহি আমাক চাইছেহি। ফুলবোৰে হালি-জালি আমাৰ লগত চিনাকি হবলৈ প্ৰশ্ন সুধিছে। বতাহ বলিবলৈ ধৰিছে। বতাহত

গছৰ পাতবোৰ লৰিছে। বতাহইঁতে আমাৰ লগত ধেমালি কৰিবলৈ ধৰিছেহি। মই বিলাতী ফুলবোৰ ৰ লাগি চাই আনন্দ উপভোগ কৰি আছিলো। তেওঁ "আজি ত্ৰিশ্ বছৰৰ আগতে তেওঁ ভৰ যৌৱনা গাভৰু..." আদি কাহিনীটো কবলৈ ধৰিলে।

"সেই যৌৱনা গাভৰুৱে এজন ছুখীয়া ডেকাক খুব ভাল পাইছিল। তাইৰ নাম তনি। ডেকা লণ্ডীক তাই বিবাহ কৰালে। মিঃ লণ্ডী ইংৰাজীত এম, এ। আধুনিক জগতৰ চকৰিত পৰি দেউতাকে সকলো সম্পত্তি হেৰুৱালে। 'বেক্' নথকাৰ গতিকে লণ্ডীয়ে ভাল কামত ভৰ্ত্তি হব পৰা নাছিল। ছুবছৰ বৈবাহিক জীৱন অতিবাহিত কৰাৰ পাচত, জীৱনৰ বিপদৰ দিনবোৰ কাষ চাপিলহি। পিছে, মিচ্ তনিৰ দেউতাকে জোৱায়েকক চুইডিচ্ চৰকাৰৰ তলত এটি অধ্যাপকৰ কামত মকৰল কৰালে। দিনে দিনে মিঃ লণ্ডীয়ে অৰ্থৰ নাটনিৰ পৰা আঁতৰ হবলৈ ধৰিলে। অলপ দিনৰ পাচত লণ্ডী এজন চহকী মানুহ হৈ পৰিল। অধ্যাপনা কৰি থকা সময়ত তেওঁ এজনী দিপ্‌লিপ ছাত্ৰীৰ লগত প্ৰেমত পৰিল। গতিকে বাধ্য হৈ তাইক বিবাহ কৰিলে। জেনেভা চহৰতে নতুনকৈ এটা ঘৰ সাজি, নতুন স্ত্ৰীৰ সতে সোণৰ সংসাৰ তৈয়াৰ কৰিবলৈ ধৰিলে। লাহে লাহে লণ্ডী নিজৰ ঘৰলৈ আহিবলৈ এৰি দিলে। পিছে উপেক্ষা কৰি যোৱা বিগত যৌৱনা-যুৱতীৰ কি উপায়? গতিকে তেওঁ "সংসাৰ বিৰাগী সংসাৰ তিয়াগী" হৈ যাবৰ মন মেলিছিল; কিন্তু বহুত অন্তৰায় আহি পৰিল দেউতাকৰ পৰা। মনৰ ছুখ-বেজাৰ বোৰ পাতল কৰিবলৈ, তেওঁ মাতৃভূমি ত্যাগ কৰি ভাৰত তথা অসমলৈ ৰাওণা কৰিলে। তেওঁ এতিয়াও ভাবিছে—

"প্ৰেমেৰ শুধু বধু থাকে স্বল্পক্ষণ
প্ৰেমেৰ আনন্দ থাকে সমস্ত জীৱন"

× × ×

"প্ৰেমে নিবিচাৰে বিৰহ মিলন
বিচাৰে মাথো বুকুৰ সুৰ!
প্ৰেমৰ কাষত জগতখনেই
যাউতিযুগীয়া অলকাপুৰ!!"

মিঃ লণ্ডীয়ে তেওঁক যদিও ত্যাগ কৰিলে, তথাপি তেওঁ সেই ডেকাক পাহৰি নাযায়। চিৰদিন লণ্ডীক স্বামী বুলি পূজা কৰি থাকিব। তেওঁ সেই প্ৰেমিকাক কিমান যে ভাল পাইছিল তাৰ লেখ নাই। কেতিয়াবা সেই বিচ্ছেদৰ দৃশ্য চকুৰ আগত ভাঁহি পৰিলেহি তেওঁ মানৱ জাতিৰ প্ৰতি ঘৃণা ভাব আহি পৰেহি। তেওঁ ভাবিছে—

"যিবিলাক ৰীতি-নীতি নৰৰ গঠিত
ভাবি চোৱা সকলোতে স্বাৰ্থ বিৰাজিত।"

মোৰ সেই কাহিনীটো শুনি ছুখ লাগিল। মনত ভাবিলো, গোটেই পৃথিৱীখনেই বৰ্ত্তমান এনে কথাই গৰকিছে। অদৃষ্টক দোষ দি মোৰ মনক সান্ত্বনা দিলো। হকীয়ে ক'লে, "গোটেই জীৱন দোষ নথকা প্ৰতিজ্ঞা এটা লৈ থাকিবৰ কোনো কাৰণ নাই। গতিকে লিলিক তাৰৌৰ লগত মিলন ঘটাই দিলো। তেওঁ লোকে এদিন মোৰ ওচৰত স্বীকাৰ কৰিব যে দোষ

নথকা প্ৰতিজ্ঞা পালন কৰিব নালাগে।”

সদৌ শেষত তেওঁ ক’লে যে, “ময়েই সেই বিগত যৌৱনা স্ত্ৰী”। এই বুলি কৈ তেওঁ মোৰ কোমল বুকুত সাৱট মাৰি ধৰি হুক্-হুককৈ কান্দিবলৈ ধৰিলে। মই জেপৰ পৰা ৰুমালখন উলিয়াই তেওঁৰ অশ্ৰুধাৰা মচিবলৈ ধৰিলো।



# নাইট্ কলেজ

শ্ৰীভবেন দত্ত,
৪ৰ্থ বাৰ্ষিক, বাণিজ্য।

প্ৰফেচাৰ শৰ্ম্মা নাই। তেওঁ কাশ্মীৰলৈ গৈছে। কিবা হেনো এন্, চি, চিৰ কাম আছে। 'ইকনমিক্‌স'ৰ 'ক্লাচ' আৰু পোন্ধৰ দিনমানলৈ ন'হব। শৰ্ম্মাৰ সলনি কাক 'ক্লাচ' লবলৈ দিয়া হয় একো ঠিক নাই। কাৰণ 'নটীছ ব'ৰ্ড'ত মাত্ৰ লিখা আছে "প্ৰফেচাৰ শৰ্ম্মাই পোন্ধৰ দিনলৈ 'ক্লাচ' নলয়।" মিঃ বৰুৱাৰ মনটো একেবাৰে বিদ্ৰোহী হৈ উঠে, কাৰণ সপ্তাহটোত দুটা তিনটা 'ক্লাচ' নথকাতো কিছুদিনৰ পৰা এটা 'কমন' ( common ) কথা হৈ পৰিছে। তেওঁ ইউনিয়ন্ চেক্ৰেটৰীৰ ওপৰত অভিযোগ আনে। ললিতে যে একৰকম পাগলৰ দৰেই চিএৰি উঠে "আজি লাইট্ নাই, কালিলৈ প্ৰফেচাৰ নাই, পৰহিলৈ বন্ধ—কিবা এটা নহয় কিবা এটা থাকিবই। তেনেহলে ইউনিয়নখন কি কৰিবলৈ লাগিছে। তাৰোপৰি ফিজো দিবা বেচিকৈ। এইদৰে নচলিব। এনেকুৱা ইউনিয়ন ভাঙি দিব লাগে।" মিঃ বৰঠাকুৰ ইমান সময় মনে মনেই আছিল। তেওঁ মাত লগালে—"ইউনিয়ন চেক্ৰেটৰীয়েনো কি কৰিব অ'? কবহে পাৰে, ময়েই দেখিছো নহয় সি কিমান দৰ্খাস্ত কৰি কৰি ঘুৰিছে।"

মিঃ চৌধুৰী অলপ বয়সস্থ মানুহ। লৰা বোৰৰ মাজত তৰ্কবাদ হোৱা দেখি গহীনাই মাত লগালে, "মিছামিছিকৈ তৰ্ক কৰাৰ পৰা লাভ কি? ৰাতিৰ আন্ধাৰবোৰ কৃত্ৰিম চাকিৰ পোহৰে গুছাব পাৰে জানো? দিন আৰু ৰাতিৰ সুবিধা বেলেগ। কত অভাব, অভিযোগ, নিৰ্য্যাতন আদিৰ মাজেদি আহি আমি মখাই পঢ়িছোহিহঁক আনবিলাকে জানো বুজিব? অৱস্থাৰ তাড়ণাত পৰি দিনৰ দিনটো কঠোৰ পৰিশ্ৰম কৰাৰ পিচতো জোৰেৰে মনটোক পঢ়িবলৈ লৈ আহিছো। আনকালে অৱস্থা ভাল হোৱা হলে বহুতেই দিনত নপঢ়ি ৰাতি পঢ়িবলৈ নাহে। আমাৰ এই অৱস্থাটো সমস্যাৰ বিৰোপ হৈ পৰিছে। গতিকে উপায় কি? ..."

চৌধুৰীয়ে আৰু কিবা কব খুজিছিল ললিতে মুশুনিলে। সি হুজনে জ্বলিহে উঠিল। "আমাক চৌধুৰীৰ কথা নালাগে। আহা আমি সংগ্ৰাম কৰি হলেও আমাৰ ন্যায্য প্ৰাপ্য আদায় কৰিবই লাগিব। দিনৰ দিনটো অফিচৰ কাম কৰি পঢ়িবলৈ আহিছো। ফিজৰ প্ৰতিটো অনাতে আমাৰ বুকুৰ তেজ আছে। আহাহঁক, আমি প্ৰিন্সিপালৰ ওচৰলৈ যাওঁ"।

ললিতৰ লগতে জুমটোৰ আটাইবোৰ লৰা অফিচ ঘৰটোলৈ হো হো কৈ উঠি গ'ল। মিঃ চৌধুৰী, বৰঠাকুৰ আৰু মই অকলশৰীয়া হৈ বাহিৰ ওলাই পৰিলো। তেতিয়া চাৰিওফালৰ পৰা আন্ধাৰবোৰ নামি আহি পৃথিৱীখন জানিবা গ্ৰাস কৰিবহে খুজিছে। চৌধুৰীয়ে অলপ সময় সিহঁত যোৱাৰ ফাললৈ চাই থাকি ক'লে, "এবা ডেকা লৰা খং উঠিবই। যাহওক কিবা এটা সুবিধা হ'লেই হয়"।

মিঃ কালানী স্বৰগ পৰা মানুহৰ দৰে একেথৰেই ৰ'ল। মই ভাবটো পৰিবৰ্ত্তন কৰিবলৈকে ক'লো, "অলপ পাচতে জোন ওলাব, অলপ ওলায়ে যাওঁ ব'লক। আমি কলেজৰ আগৰ পিচ্ দিয়া আলিটোলৈ ওলালো। আলিৰ কাণৰ বিজুলী চাকিবোৰ তেতিয়া শাৰী পাতি জ্বলি উঠিল। আমি দক্ষিণফাললৈ খোজ চলাই দিলো। কাৰো মুখত মাত-বোল নাই। হঠাতে মনত খেলালে, ষ্টেডিয়ামৰ ধাঁহনিদবাতে বহোগৈ। তেওঁলোকৰ আগত প্ৰস্তাৱ কৰিলোঁ। কোনেও প্ৰতিবাদ নকৰিলে। কেউজন গৈ ওচৰাওচৰিকৈ বহি পৰিলোগৈ। কিছু সময় পাৰ হৈ গ'ল, নিস্তব্ধতাত সহাৰি দিবলৈ মোৰ সাহ নহল। কাৰণ তেওঁলোক প্ৰয়োজনেই ব্যক্তিগত ভাবতেই ব্যস্ত। মই পূবফালৰ আকাশখনলৈ চালো, দেখিলো দিগ্‌বলয়ৰ অন্তত হেঙ্গুলীয়া পোহৰ এটা যেন আকাশ ফালি ওলাই আহিবলৈ কাৰবাৰ কৰিছে, মোৰ তেতিয়াহে মনত পৰিল সেইদিনা কৃষ্ণা দ্বিতীয়া পূৰ্ণিমাৰ দুদিন পিছত — জোন অলপ দেৰিকৈ ওলাব।

মিঃ বৰঠাকুৰে হঠাতে থিয় হৈ ক'লে, "Commercial Correspondenceৰ 'ক্লাচ' আছে। বলক যাওঁ।"

"প্ৰফেচাৰ চক্ৰবৰ্ত্তী 'গভৰ্নিং বডি'ৰ মিটিঙতেই আছে। আজিনো ক'ত 'ক্লাচ' কৰিব। ঠাণ্ডা বতাহ মাৰিছে, ইয়াতেই অলপ বহো"। মই ক'লো।

"এবা, এইবাৰ ভাদ মহীয়াহে গৰমটো অলপ বেছি হৈছে।" এইবুলি কৈ হুমুনিয়াহ এটা চাৰি মিঃ কালানী বহি পৰিল। চৌধুৰীয়ে অতপৰে মনে মনেই বহি আছিল। চৌধুৰীৰ এই অস্বাভাৱিক নিৰ্ব্বিকাৰ অৱস্থাটো দেখি সুধিবলৈ বাধ্য হ'লো, "মিঃ চৌধুৰী, আপুনি ইমান নীৰৱ হৈ পৰিল কিয়? ইয়াত ইমান সময় বহিলো আপুনি দেখোন আনমনা হৈয়ে থাকিল?"

"নহয় বৰুৱা, আজিৰ ঘটনাটোৱে জীৱনৰ বহুত কথাই সোঁৱৰাই দিছে। মই বয়সত আপোনালোকতকৈ যথেষ্ট ডাঙৰ হ'ম। এই বয়সত 'নাইট্ কলেজ'লৈ আহিছো। এইটোও মোৰ জীৱনৰ এটা accident."

আমি আগ্ৰহেৰে চৌধুৰীৰ কথালৈ কাণ দিলো। তেওঁ পিছে অলপ গম্ভীৰ হৈ পৰিল। আমি সুধিলো, "কথাটো কি?"...." জোনৰ শুভ্ৰ পোহৰটো পৃথিৱীখনত বিয়পি পৰিছিল— চৌধুৰীয়ে কৈ গ'ল তেওঁৰ আত্মজীৱনী।

× × ×

বহুত দিনৰ আগৰ কথা। মই তেতিয়া জীৱনৰ বহুচোৰা বাট আগবাঢ়ি আহিলো। বাটত বহুতো উজুটি খাইছো। তথাপিও সেইবোৰলৈ মই কাণ কৰা নাছিলো। মোৰ পিতৃ-

মাত্ৰ সৰু কালতেই ঢুকায়। তাৰ পিছত মই কিছুদিন খুড়াৰ আশ্ৰয়ত আছিলো। খুড়াৰ অৱস্থাও অত্যন্ত বেয়া। গতিকেই অতি সোনকালে তেওঁলোকৰ অৱহেলাৰ পাত্ৰ হৈ পৰো। তাৰ পিছৰ পৰাই আজি অ'ত কালি ত'তকৈ জীৱন কটাই দিছিলো। সংসাৰৰ ঘাত-প্ৰতিঘাতে জীৱনটো একেবাৰে পঙ্গু কৰি পেলাইছিল; ভাবিছিলো আৰু নোৱাৰিম। কেতিয়াবা মনলৈ আহিছিল কৰবালৈ গুচি যাওঁ য'ত হয়তো মানুহবোৰে মোক বিচাৰি নেপাব। পাছে নহয়, চাই থাকোতেই ভাবৰোৰ দিগ্‌বলয়ত বিলীন হৈ গ'ল—জীৱনটোলৈ মমতা আহিল। দুখবোৰ পাহৰিবলৈ চেষ্টা কৰিলো। সংসাৰৰ লগত সংগ্ৰাম কৰিবলৈ মনতে সাহস গোটালো।

জীৱনটো বচাই ৰাখিবলৈ অনেক কাম কৰিলো,—যিবোৰ হয়তো আপোনালোকে ভাবিবই নোৱাৰে। মই জন্ম লোৱাটোৱেই এটা মহৎ পাপ বুলি ভাবিছিলো; কিন্তু মাতৃয়ে জন্ম দিলে যেতিয়া বাচি থাকিবই লাগিব। গতিকে দুখ-কষ্টবোৰক গৰিহণা দি আগবাঢ়িলো। বহুত বছৰ পাৰ হৈ গ'ল ···। এইদৰে নানা ব্যতিক্ৰমৰ মাজেদি কিতাপৰ দোকান এখনত সোমাই পৰিলো। সেই দোকানখনেই মোৰ জীৱনৰ স্মৃতি সদায় দিয়ে।

কিছু সময় মনে মনে থাকি চৌধুৰীয়ে আকৌ কৈ যায়—কিতাপৰ দোকানতেই যদিও মোৰ কাম, মই দোকানৰ মালিক ৰবীন বৰুৱাৰ ঘৰতেই আছিলো। ৰাতিপুৱা চাহ খোৱাৰ আগতেই সদায় পুতেকহঁতক পঢ়াওঁ, তাৰ পিছত আঠ বজাত দোকান খোলোগৈ। আবেলি কেতিয়াবা বজাৰ কৰিবলগা হ'লে বৰুৱানীয়ে মোক দোকানৰ পৰাই মতাই নিয়ে। মই সম্পূৰ্ণ ঘৰুৱাভাবে কাম কৰি যাওঁ। বৰুৱাৰ আলহী থকা ঘৰৰ কোঠা এটাতে মোক থাকিবলৈ দিয়ে। খোৱা-লোৱা বৰুৱাৰ ঘৰতেই কৰো। মাহে ৪০ টকাকৈ বন্দবস্ত আছিল যদিও মই ৫।১০ টকা জেপ খৰচৰ বাহিৰে লোৱা নাছিলো। গতিকে বাকী টকা বৰুৱাৰ বেঙ্কতেই জমা থাকে। দিনবোৰ গুচি যায়। সেইদৰেই থাকো।—মানে একে গতানুগতিক। মনটো একেবাৰে নিষ্ক্ৰিয় হৈ পৰিছিল। সংসাৰত তেতিয়া আৰু বাচি থকাৰ বাহিৰে বেচি বিচাৰিবলৈ ধৈৰ্য্য নাছিল।

তাত চাকৰি লোৱাৰ এবছৰৰ পিচৰ কথা। মোৰ "টাইফয়ড্" হৈছিল। সংসাৰত নিজৰ লাভ লোকচান লৈয়ে ব্যস্ত। মোৰ কালে চাবলৈ বা মাত এষাৰ মাতিবলৈ কাৰো আজৰি নাই। মই বিচনাতে ধৰ্ ফৰাই পৰি থাকিলো। এইদৰেই তিন দিন পাৰ হৈ গ'ল। চাৰি দিনৰ দিনা বৰুৱাই খবৰ কৰিলে। মোৰ তেতিয়া প্ৰায় জ্ঞান নাই। মূৰটোত গামোচা এখনেৰে টানকৈ বান্ধ্ এটা দি তললৈ পেট পেলায় পৰি আছিলো। বৰুৱাই তেতিয়া ডাক্তৰ মতাৰ প্ৰয়োজন দেখিলেনেকি কব নোৱাৰো। কাৰণ গধূলি ভাগলৈ ডাক্তৰ আহিল। তেওঁ কিবা কিবি দৰব লিখি দিলে আৰু ক'লে যে 'serious case—ভাল পৰিচৰ্য্যা নহলে আশা নাই"।

শব্দ কেইটাই মোৰ কাণত শৰে বিন্ধাদি বিন্ধিলেহি—ভাব হৈছিল, মোৰ জীৱনৰ অধ্যায় সিমানতে শেষ। সন্ধ্যা লগাৰ পিচত পোৱালীয়ে

দৰবৰ বটল ছুটা দিলেহি। কেনেকৈ খাব লাগে সি ক'ব নোৱাৰে। দেউতাকক (মালিক বৰুৱাক) খুউৱাৰ বিষয়ে কৈ গৈছে। এঘণ্টামান বাট চালো বৰুৱা আহে বুলি। পাছে নাহিল। মূৰৰ বিষ ক্ৰমে বেছি হৈ গৈছে—ভাব হৈছিল খন্তেকতে মূৰটো ভাগি যেন খান্-খান্ হৈ যাব। এবাৰ দৰবৰ বটল ছুটালৈ চালো, লিখা আছে "As advised"—কি ভাবিছিলো কব নোৱাৰো তিনটা ডাগ একেলগে পি দিলো। খন্তেকতে মই চকুৰে ধোঁৱা-কোৱা দেখিবলৈ ধৰিলো। কিবাবোৰে তিল্‌তিল্‌কৈ মূৰটো খাই নিঃশেষ কৰি দিব খুজিলে……। তাৰ পিছত চকুৰে কিবা কিবি বহুত দেখিলো—সেইবোৰ মোৰ মনত নাই আৰু তাৰ পিছত কি হ'ল মই ক'ব নোৱাৰো।

শেৱালীৰ ডায়েৰীত লিখা আছে—মই হেনো চাৰি দিনৰ পিচত জ্ঞান পাইছো। বোধহয় সেইদিনাই মই শেৱালীক দেখো—তেওঁ কপাহ পানীত তিয়াই তিয়াই মোৰ মূৰত দি আছিল। কোঠাটো যেন আগতকৈ পৰিপাটি দেখিলো। মই আচৰিত হৈ তেওঁক সুধিলো—"তুমি কোন?"

শেৱালীয়ে প্ৰশান্ত চকুযোৰেৰে মোলৈ চাই হাঁহিলে। সন্তুষ্টিৰ হাঁহি। কিবা এটাত যেন কৃতকাৰ্য্য হৈ গৌৰৱবোধ কৰিছে। মোৰ কৌতূহল বাঢ়িল—মই সুধিলো—"কোন শেৱালী"?

"ক'ব নোৱাৰো"।

স্পষ্ট উত্তৰ—মুখত মিচিকিয়া হাঁহি। মই তেতিয়াও ক'ব নোৱাৰো ই সপোন নে দিঠক। চকু কেইটা ভালকৈ মোহাৰি লৈ আকৌ সুধিলো—"মই ক'ত আছো শেৱালী? এইখন হাস্পতাল আৰু তুমি বোধহয় নাৰ্চ"।

শেৱালীয়ে মূৰটো জোকাৰিলে, আৰু কথা পাতিবলৈ মানা কৰিলে। মই নিজকেই বিশ্বাস কৰিব নোৱাৰিলো। ভাবিছিলো মোৰ স্বজ্ঞান হেৰাই গৈছে। সেই কঙ্কালসাৰ দেহটোত এক বিন্দু যেন শক্তি নাছিল। মই তেওঁৰ চকু কেইটালৈকে কৌতূহল দৃষ্টিৰে চাই থাকিলো। এইদৰেই এসপ্তাহ পাৰ হৈ গ'ল। তেওঁ মোক বৰকৈ কথা কবলৈ নিদিয়ে। কিবা ক'ব খুজিলেই মুখখনত টেপা মাৰি ধৰে, আৰু চকুলৈ চাই হাঁহে। মোৰ কৌতূহল বাঢ়ি গ'ল। তেওঁৰ পৰিচয় পাবলৈ মোৰ মনটো বৰ উৎসুক হৈ উঠিল। কাৰণ ৰাতি দিন তেওঁৰেই মোক পৰিচৰ্য্যা কৰে। মাতিবৰ উপায় নাই—কাৰণ কথা কোৱা বন্ধ। যাহওক আগতকৈ কোঠাটোত মানুহৰ সমাগম বেছি হ'ল। মই ইয়াকো অনুমান কৰিলো যে মই হাস্পতালত নাই। আগৰ মোৰ সেই কোঠাটোতে আছো। পৰিচৰ্য্যাৰ ওপৰতেই বেমাৰ আৰোগ্য হয়। শেৱালীৰ পৰা ভাল পৰিচৰ্য্যা পাই সোনকালেই টনকিয়াল হ'লো। নিজে নিজেই উঠি-মেলিও ফুৰিব পৰা হ'লো। বৰুৱাক যোৱা কুৰি দিনৰ মূৰত দেখিলো বাহিৰৰ বাৰান্দাখনত বহি থাকোতে। দোকানৰ কথা সোধো বুলি এখোজ দোখোজকৈ তেওঁৰ ওচৰ পালোগৈ। এবাৰ মোলৈ মূৰ তুলি চাই আকৌ কাগজ পঢ়াত লাগিল। দৃষ্টিত জানিবা অগ্নিহে ওলাইছিল। মই কি দোষ কৰিলো একো বুজি নাপালো। মনটোত বৰ দুখ লাগিল। আকৌ উভতি আহি কোঠাটোতে সোমালোহি। তেখেতৰ ওচৰত মোৰ একো কথাই নোলাল। কথাটো

চিন্তা কৰিবলৈ ধৰিলো বিচনাখন পাৰি পাৰি। চকুৰেদি অজ্ঞাতসাৰে পানীবোৰ বাগৰি আহিল।

অলপ পাছতে দেখিলো শেৱালী আহিছে। হাতত একাপ চাহ আৰু দুটা 'ক্রিম কেকাৰ'। মই স্পষ্ট কৈ দিলো—"মই ইয়াত আৰু একোকেই নাখাওঁ" তাই একো নেমাতিলে। চাহৰ কাপটো টেবুলতে থাপি খিৰিকি দুখন খুলি দি ক'লে "চাহে আপোনাক কি কৰিছে? চাহ নাখাব কিয়?" "বকৰাৰ ঘৰৰ পৰা মই একোৱেই নিবিচাৰো। মোক মৰিবলৈ দিয়া। তুমি কিয় মোক মৰাৰ পৰা বচাইছা? তুমি মোক বচাই দি অকল পাপেই কৰা নাই মহা পাপ কৰিছা। এটা জীৱন অনাহকত তিল তিলকৈ শুকাই মৰিবলৈ দি বং চাব খুজিছা। কালিলৈ বা পৰহিলৈ মোক যেতিয়া ইয়াৰ পৰা খেদায় দিব তুমিতো নেযোৱা মোৰ বিলৈ চাবলৈ। —এৰা ভালেই কৰিছা—ইয়াতো তোমালোকৰ আমোদ আছে। আমিবোৰ যেন তোমালোকৰ খেলাৰ সামগ্রীহে হৈ পৰিছো।" বকৰাৰ চাৰমিটোৱে মোৰ অন্তৰখন ভাঙি দিছিল। নিজৰ ওপৰতেই খুউব খং উঠিছিল।—হঠাতে দেখিলো শেৱালীয়ে কান্দিছে—খিৰিকি খনেদি বাহিৰলৈ চাই চাই। মই শেৱালী শেৱালীকৈ দুবাৰো মাতিলো, নেমাতিলে; মোৰ বৰ বেয়া লাগিল, তাইৰ গাততো দোষ নাই, অনাহকতেই তাইক কষ্ট দিছো। মই ক'লো,—"শেৱালী, মই ভুল কৰিছো। মোক ক্ষমা কৰা, তুমিতো নাজানা মোৰ জীৱনটোৰ কথা, বুজিছা বৰ কষ্টৰ মাজেদি উঠি আহিছো, বহুতো অভিজ্ঞতা হৈ পৰিছে, বৰ দুখতেহে তোমাক অকস্মাতে এইদৰে কৈ দিলো। তুমি মোক বহুত উপকাৰ কৰিলা—এইবোৰৰ ধাৰ জীৱনতো সুজিব নোৱাৰো। এতিয়া এটা উপকাৰ কৰা শেৱালী।" শেৱালীয়ে আগ্রহেৰে মোৰ কালে চালে। "গাৱঁত বংশৰে খুৰা এজন আছে, তেওঁলৈকে চিঠি এখন লিখা যাতে মোক লৈ যায়হি, লোকৰ আপদ এটা হৈ মোৰ আৰু থাকিবৰ ইচ্ছা নাই।"

শেৱালীয়ে স্থিৰ দৃষ্টিৰে কিছু সময় মোলৈ চাই থাকি কলে—"আপুনি সেইবোৰ কথা চিন্তা নকৰিব, আপোনাৰ দায়িত্ব লৈছো যেতিয়া মই নিজেই আপোনাক ঘৰলৈ লৈ যাম।"

"তুমি নিজেই?"

শেৱালীয়ে কলে "ওঁ"।

"তুমি তালৈ গৈ ক'ত থাকিবা? তাত কোনোবা আপোন মানুহ আছে জানো?" ইত্যাদি প্রশ্ন কৰি পেলালো। তাই মিচিক কৰে হাঁহি কলে, "মোৰ খুৰা আছে, আৰু কোন আছে কব নোৱাৰো।" মই একো বুজিব নোৱাৰিলো, কথাটো তেতিয়াও মোৰ মনত সাঁথৰ হৈয়ে ৰ'ল।

সেইদিনা গোটেই দিনটোৱেও কথাবোৰ ভাবি শেষ কৰিব নোৱাৰিলো। গধুলিতে শেৱালীয়ে আহি লেমটো জ্বলাই দিলেহি। আন দিনা শেৱালী মোৰ কোঠালৈ দিনটোত কেবাবাৰো আহে আৰু প্রায়ে মোৰ ওচৰত বহি কটায়। সেইদিনা ৰাতিপুৱা সেই দেখাৰ পৰা আৰু অহা নাই। মোৰ মনটো উদ্বিগ্নতাৰে ভৰি পৰিল। বাৰে বাৰে একেটা কথা মনলৈ আহিবলৈ ধৰিলে,—"আপোনাৰ দায়িত্ব লৈছো যেতিয়া মই নিজেই আপোনাক ঘৰলৈ লৈ যাম"—আকাশ পাতাল অনেক ভাবিলো, ছোৱালী-

জনীৰ একো কথাই বুজি নাপালো, মনটো উগুল-থুগুল। এনেতে আহিল শেৱালী, হাতত চিঠিৰ খাম এটা লৈ, মই সুধিলো, "খুৰাৰ ঠিকনাটো লাগেনে কি ?" "খুৰাৰ ঠিকনা দিয়াৰ আগতে এবাৰ চিঠিখন পঢ়ি চক" এই বুলি কৈ চিঠিখন মোৰ হাতত দিলে, চিঠিত আছিল—

পূজনীয় খুৰা,

চিঠি পঢ়াৰ আগতেই মোক নিজকে আপোনাৰ ওচৰত পৰিচয় কৰি দিওঁ। মই আপোনাৰ বোৱাৰী,—শ্ৰীপ্ৰশান্ত চৌধুৰীৰ স্ত্ৰী। ধৰ্ম্মমতে সমাজৰ আগত আমাৰ বিবাহ হোৱা নাই। সি এতিয়া সম্ভৱ নহয় কাৰণেই হোৱা নাই। তাৰোপৰি আমাৰ এই মিলন অতি আকস্মিক। মোৰ স্বামীয়েই নেজানে ইয়াৰ ৰহস্যটো। পিচত সকলো গম পাব।

তেখেতৰ 'টাইফয়ড্' হৈছিল। বৰ্ত্তমান ভাল হৈছে। অহা ১৫ অক্টোবৰে আমি তুয়ো যাম, কিছু দিন তাতে থকাকৈ। বিশেষ নিলিখো, শেষত সেৱা ল'ব। ইতি

আপোনাৰ
শ্ৰীশেৱালী চৌধুৰী।

চিঠিখন পঢ়ি এতাই মই শেৱালীৰ মুখলৈ চালো তেওঁ অপৰাধীৰ দৰে তললৈ মূৰকৈ বৈ আছে। পাঁচ মিনিটমান এইদৰেই গ'ল। তাৰ পিচত মই ক'লো, "শেৱালী, তুমি এইবোৰ কি কৰিছা। নাই এইদৰে খেলা খেলি মোৰ মনত কষ্ট দিবলৈ আহিছা। মই তোমাৰ কি অপৰাধ কৰিছিলো যে, মোক এইদৰে কষ্ট দি ভাল পাইছা।"

শেৱালীয়ে মোৰ মুখখনত জোৰকৈ টেপি ধৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে। মই একো বুজিব নোৱাৰিলো। তেওঁ কিছু সময় এইদৰেই থাকি ক'লে—"এইদৰে ক'ব বুলি জানিয়েই পুৰাতেই চিঠি লিখা শেষ কৰিও আপোনাৰ ওচৰলৈ অহা নাছিলো। আপোনাৰ পৰা মই বহুত কথা লুকুৱাই ৰাখিছো।" মই আচৰিত হৈ তেওঁৰ সজল চকুযুৰিলৈ চালো। স্বভাৱতে সৰলা শেৱালীজনী যেন কিবা এটা অজান দুখত আক্ৰান্ত হৈ পৰিছিল। চিন্তাত তাইৰ চকুৰ গুৰি কেইটা ক'লা পৰি গৈছিল। তাইৰ অসীম ধৈৰ্য্য আৰু অপাৰ সাহস দেখি মই আচৰিত হ'লো।

তাই কৈ গ'ল—"মই তেতিয়া বি. এ, পৰীক্ষা দি ছিলঙৰ পৰা ঘূৰি আহিছো। প্ৰথম ত্ৰদিন বন্ধু-বান্ধৱী আৰু আপোন মানুহবোৰৰ লগত কথা-বতৰা পাতিয়েই কটালো। কাৰণ সম্পূৰ্ণ ডেৰ বছৰৰ মূৰতহে মই ঘৰলৈ আহিছিলো। তৃতীয় দিনা তুতুকণহঁতক মাষ্টৰৰ কথা সুধিলো। কাৰণ মই যোৱা দিনাৰ পৰা সিহঁতক পঢ়া দেখা নাই। সিহঁতে আপোনাৰ কথা ক'লে, আৰু আপুনি আমাৰ কিতাপৰ দোকানখনত কাম কৰাৰ কথা ক'লে। তাৰ পিচত কেইবা দিনো পাৰ হৈ গ'ল। এদিন আঘোনাইৰ কথাৰ পৰা শুনিলো।

"বুজিছ কেও-কিছু নথকা মানুহবোৰ এইদৰেই মৰে। এই মাষ্টৰটো মৰিব আৰু 'টাইফয়ডে' পালে যেতিয়া। কালি ডাক্তৰে দিয়া দৰবটো কেৱা পালিও একেলগে খাই দি সেইটো আজিলৈকে লাসকাল দি পৰি আছে।

মই মৰিল বুলিয়েই ভাবিছিলো। পাছে চালো উশাহটো আছে। আই দেউতাইঁতে উভতিকে নেচায় নহয়।"—আঘোনাই ক'লে, "হেৰ', আজি এবছৰ এনেয়ে খটাই খটাই মাৰিলে কেনেবাকৈ ভাল হলে কম পয়চাবোৰ দিব লাগিব জানো? মৰিলেতো ভালেই পাব।" কথা কেইটা শুনাৰ লগে লগে মোৰ অন্তৰ খনে বিদ্ৰোহ কৰিবলৈ ধৰিলে, এটা নিঃসহায় প্ৰাণী আমাৰ ঘৰতে থাকি মৰণৰ শেষ দুৱাৰ দলিত—তাকো পৰিচৰ্য্যাৰ অভাৱত, মোৰ অলপো সহ্য নহল, মই একে কোবেই আহি আপোনাৰ কোঠা পালোহি, তেতিয়া আপোনাৰ জ্ঞান নাছিল, মুখেৰে কিবা প্ৰলাপ বকিছিল,······তাৰ ভিতৰত মোৰ এটা কথাই মনত আছে,—"মইনো কাৰ কাৰণে জীয়াই থাকিম,····· বৰ কষ্ট পাইছো······ মৰিবলৈ দিয়া····· যদি কিবা পাপ কৰিছিলো মোৰ পাপৰ প্ৰায়শ্চিত্ব হৈ গৈছে···।" মই বৈ থাকিব নোৱাৰিলো, মোৰ কামত লাগি গ'লো, বাল্টিয়ে বাল্টিয়ে পানী ঢালিলো, তথাপিও চাৰি দিনলৈ জ্বৰ নকমিল, মই আপোনাৰ ওচৰত বৰকৈ ব্যস্ত থকাত দ্বিতীৰ দিনা দেউতাই আপোনাক হস্পিতাললৈ পঠাই দিব খুজিছিল, মই বাধা দিলো দেউতাইঁতে কৰা পাপবোৰৰ প্ৰায়শ্চিত্ব মোৰ কৰ্ম্মৰে কৰিম বুলি সংকল্প কৰিলো। মা-দেউতাৰ কোনো কথালৈকে অপেক্ষা নকৰি মই আপোনাৰ পৰিচৰ্য্যাত লাগিলো। আপোনাৰ অৱস্থা দেখি ৰাতিও মই ইয়াতে থাকিবলৈ ল'লো। যেতিয়া আপোনাৰ সম্পূৰ্ণ জ্ঞান আহিল, তেতিয়াৰ পৰা মই কি কৰিছো আপুনি নিজেই জানে। মই ইয়াত ৰাতি থকাৰ কথা ওচৰ-চুবুৰীয়াত প্ৰকাশ হোৱাৰ লগে লগে মোৰ বিষয়ে না না সমালোচনা হবলৈ ধৰিলে। ওচৰৰ দুজন জনা-বুজা মানুহেই আহি দেউতাৰ লগত এই বিলাক কথা উলিয়াই এদিন তৰ্কবাদ আৰম্ভ কৰিলে, আলোচনা বিলাক মই আপোনাৰ আগত কব নোৱাৰো। মোতৰ ওপৰত অত্যন্ত বেয়া আলোচনা। কথাবোৰ শুনি মোৰ অসায় হলগৈ, মই তাত গৈ কৈ দিলো,—এইবিলাক আলোচনাৰ পৰা আপোনালোকৰ একো লাভ নাই, প্ৰশান্ত চৌধুৰীক সুস্থ অৱস্থালৈ অনাই মোৰ প্ৰথম কাম আছিল, বৰ্ত্তমান আপোনালোকৰ এই আলোচনাই মোৰ কামৰ দায়িত্ব আৰু বঢ়াইহে দিলে। তেওঁক এজন সমাজৰ মানুহ কৰি গঢ়ি তুলি আপোনা-লোকক দেখুৱাবই লাগিব। মই তেওঁক স্বামীৰূপে গ্ৰহণ কৰিবলৈকো সিদ্ধান্ত কৰিলো। মোৰ কথা শুনাৰ লগে লগেই দেউতা মূৰ্চ্চা গল। মই খঙৰ ভমকতে ইয়ালৈ গুচি আহিলো। তাৰ পিচত সেইদিনা আৰু কি হ'ল ক'ব নোৱাৰো। আপোনাক এইবোৰ কথা জনাবৰ তেতিয়া প্ৰয়োজন নেদেখিলো কাৰণেই নজনালো। এতিয়া সমস্যা ডাঙৰ। আমি ইজনে সিজনক ভালদৰে নেজানো। অৱশ্যে আমি হয়তো কেইদিনমানৰ পাচত একেলগে থাকিব লাগিব। ই কোনো নতুন কথা নহয়। এতিয়া মাত্ৰ এটা কথা আছে—কওক মোক গ্ৰহণ কৰিব পাৰিব?" শেৱালীয়ে অনৰ্গল কথাবোৰ কৈ গৈছিল। হঠাতে সেই প্ৰশ্নটো সুধি আগ্ৰহেৰে মোৰ ফাললৈ চালে। মই পিচে একো ক'ব নোৱাৰিলো। মাত্ৰ তেওঁৰ গম্ভীৰ চকুযুৰিলৈ চায়েই থাকিলো।

শেৱালীয়ে আকৌ ক'লে—"আপোনাৰ জীৱনটোৰ ওপৰত মোৰ যথেষ্ট দাবী আছে। কম দিন হলেও আপোনাৰ কাৰণে মই অলপ নহয় অলপ কিবা কৰিছো। মোৰ জীৱনটো সেইদিনা দেউতাৰ ওচৰৰ পৰা আহিয়েই আপোনাক সপি দিলো। আপুনি মোক সহায় কৰিবই লাগিব। মই আপোনাৰ মাজেদি সোণৰ সপোন কলিওৱাৰ আশা দেখিছো।"

ছোৱালীজনীৰ স্পষ্টবাদীতাত মই মুগ্ধ হ'লো। তলে তলে যে ইমানবোৰ কাণ্ড হৈ গ'ল মই ক'বই নোৱাৰো। তথাপিও মই শেৱালীক ক'লো—"শেৱালী, তুমি মোতকৈ বহুত ওপৰত। প্ৰভেদ—স্বৰ্গ আৰু মৰ্ত্ত্যৰ। খন্তেকৰ উত্তেজনাত এইবোৰ কৰি পেলাইছা। পিচত বৰ কষ্ট পাবা। মোৰ যি হৈছে হৈছে। মোৰ বাবে অনাহকতে তোমাৰ উজ্জ্বল ভবিষ্যতটো নষ্ট কৰিবা কিয়? তোমাৰ নিচিনা উদাৰ আৰু মহান অন্তৰৰ ছোৱালীবোৰৰ পৰা দেশখনে বহুত বিচাৰে। মোৰ অৱস্থাৰ কথা তুমি নাজানা। মোৰতো ঘৰ নাই। মই অঘৰী মানুহ। তোমাৰ বাছনি ভুল হৈছে। তোমাৰ অকনো কষ্ট মই যে সহ্য কৰিব নোৱাৰিম।"

শেৱালীয়ে মোক বাধা দি কৈছিল—"সংসাৰত দৌলতে একো দিব নোৱাৰে। আন্তৰিকতা আৰু কৰ্ম্মৰ মাজেদিহে মানুহ বাচি থাকে। উন্নতি কৰিবলৈ এটা অৱলম্বন লাগে, আপোনাৰ তাকেই নাই। মই আপোনাক সহায় কৰিম। আপুনি নিশ্চয় ডাঙৰ হ'ব পাৰিব,—মোৰ বিশ্বাস আছে।" তেওঁ কিছু সময় মনে মনে থাকি আকৌ ক'লে—"মোৰ জীৱনটোত এটা পৰীক্ষা মূলক আদৰ্শৰ আঁচনি লৈছো। যাক আপোনাৰ মাজেদিয়েই ৰূপ দিবলৈ স্থিৰ কৰিছো। সমাজক দেখুৱাব লাগিব যে কাৰ্য্যেৰে সকলোকে জয় কৰিব পাৰি।"

কথা পাতি থাকোতেই ৰাতি বাৰটা বাজিলগৈ। শেৱালীয়ে আঠুৰাখন পেলাই ম'হ সোমাব নোৱাৰাকৈ গুঁজি দিলে, আৰু লেমটো কমাই ওলাই গ'ল। মই গাৰুটো বুকুতে দি তললৈ পেট পেলাই পৰি থাকিলো। ৰাতিটো মোৰ টোপনি নাহিল। ভগৱানে আকৌ কি এটা নতুন সমস্যাৰ মাজলৈ নিব খুজিছে ভাবি নেপালো।

১৫ অক্টোবৰলৈকে শেৱালী আৰু মাক-বাপেকৰ ভিতৰত বহুতো ঘটনা হৈ গ'ল। সেই বিলাক মই নাজানো। শেৱালীয়ে মোক নকলে আৰু মইও তেওঁক সোধা নাই।

আমি ঘৰ পোৱাৰ পিচত গাওঁ গোটেই খনতে ওলায় গ'ল। 'প্ৰশান্তই কাম কৰা মানুহ ঘৰৰ পৰা ছোৱালী এজনী চুৰ কৰি আনিলে।' গাৱঁৰ কথা -আলোচনা সেইদৰেই হয়। শেৱালীয়ে সেইবোৰ শুনিলে আৰু ধৈৰ্য্য ধৰি সকলো নিন্দা অপবাদ শিৰ পাতি গ্ৰহণ কৰিলে। মোৰ চিন্তা বাঢ়িবলৈ ধৰিলে। এইদৰে কেইদিনেইবা খুৰাই খুৱাব। প্ৰধান শিক্ষয়িত্ৰীৰ কামটো খালি আছে বুলি শুনি গাৱঁৰ এম, ই স্কুলখনৰ চেক্ৰেটৰীৰ ওচৰলৈ গ'লো। তেওঁক আমাৰ সকলো কথা ভাঙি ক'লো। পাছে তেওঁ মোৰ এটা কথাও বিশ্বাস নকৰিলে। তেওঁ স্পষ্ট জবাব দিলে—"শিক্ষকৰ অভাৱত স্কুল বন্ধ কৰিবলগা হলেও পলৰীয়া ছোৱালীক কাম দি স্কুলখন

ধ্বংস কৰিব নোৱাৰো।" মই গুচি আহিলো।

এমাহ পাৰ হ'ল, মই কাম বিচাৰি ফুৰিলো। শেৱালীয়ে মোক কোনো দিনেই একো কথা নোসোধে। হঠাতে তেওঁৰ ইমান পৰিবৰ্ত্তন কিয় হ'ল বুজি নাপালো। দেখিলো ছোৱালীজনী তেনেই খীণাই গৈছে। কিবা কথাবোৰ অনবৰতে ভাবি থাকে। মোৰ কেতিয়াবা খং উঠে, কেতিয়াবা বেয়া লাগে, কেতিয়াবা তেওঁকে দোষাৰোপ কৰি কিবাকিবি কৈ দিওঁ বুলি ভাবো, পাছে তেওঁৰ ওচৰ চাপিলেই একো ক'ব নোৱৰা হওঁ। কেতিয়াবা ভাবো—শেৱালী ইয়াতে থাকক মই ক'ৰবালৈ গুচি যাওঁ—য'ত মোক কোনেও বিচাৰি নেপায়। পাছে নোৱাৰো, কিবা মোহ এটাই টানি ধৰে।

এদিন কি কথা ক'ব নোৱাৰো, স্কুলৰ চেক্রেটৰী নিজেই আমাৰ ঘৰলৈ আহিল। শেৱালীৰ লগত স্কুলৰ বিষয়ে বহুত কথা-বতৰা পাতিলে। এবাৰ শেৱালী ভিতৰ সোমাল। চেক্রেটৰীয়ে মোক ক'লে, "তোমাৰ কথা সঁচা প্ৰশান্ত, শেৱালী সঁচাকৈয়ে দেবী। গাৱঁৰ ছোৱালীবোৰৰ মুখে মুখে খালি শেৱালীৰ প্ৰশংসাৰ কথা। মই বাধ্য হৈ তেওঁৰ ওচৰলৈ আহিছো। তেওঁক স্কুলখন গটাই দিবই লাগিব। সেই দিনাৰ কথাৰ কাৰণে ক্ষমা কৰা প্ৰশান্ত।" "এই বিলাক কথা মই কেতিয়াও লৈ নেথাকো। মই ভালদৰেই জানিছিলো যে আপুনি কথাটো ভালদৰে নেজানে, আৰু সমাজলৈ ভয় কৰিয়েই এইদৰে কৈছিল।" মই ক'লো।

...শেৱালী স্কুলত সোমোৱাৰ ডুমাহৰ পাচত এদিন স্কুলৰ পৰা আহোতে এজাপ কিতাপ লৈ আহিছিল। মই সুধিলো, "পঢ়ি আহিলানে নাই পঢ়াই আহিলা?" তেওঁ ক'লে, "পঢ়াবলৈহে আহিছো" বুলি কৈ মোৰ হাতটোত ধৰি একবাৰে শোৱা-কোঠা পোৱালেগৈ। টেবুলৰ ওপৰত কিতাপবোৰ পেলাই ক'লে, "এইবোৰ আপোনাৰ কাৰণেই আনিছো।" মই কিতাপবোৰ লুটিয়াই বগৰাই চালো। তেওঁ আকৌ ক'লে, "অহা বছৰত আপুনি প্ৰবেশিকা পৰীক্ষা দিব লাগিব, এইদৰে টলং-ভটংকৈ কাম বিচাৰি ফুৰিলে ন'হব। অহা কালিৰ পৰা পঢ়া আৰম্ভ কৰিব লাগিব"। এই বুলি কৈ কাপোৰ সাজ লৈ তেওঁ গা ধুবলৈ গ'লগৈ। বুঢ়া কালত পঢ়াৰ কথা শুনি মই আচৰিত হ'লো। তাৰোপৰি শিক্ষক হ'ব শেৱালী। যাহওক তেওঁৰ কোনো কথাই মই পেলাব নোৱাৰিলো। সিদিনাৰ পৰা পঢ়া আৰম্ভ কৰি দিলো। সদায় শুবৰ সময়ত এঘণ্টা তেওঁ মোক পঢ়ায়। আৰু ৰাতিপুৱাও কেতিয়াও শান্তিৰে এখন্তেক শুবলৈ নিদিয়ে। চিকুটি-বাকুহি উঠাই পঠিয়ায়, গতিকেই পঢ়িবলৈ বাধ্য হওঁ। এই দৰেই তেওঁৰ মৰমৰ কটকটীয়া শাসনত এবছৰ পঢ়িয়েই প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰিলো।

আমাৰ গাৱঁৰ পৰা নগৰত থকা কলেজলৈ মাত্ৰ চাৰি মাইল। শেৱালীয়ে মোক কলেজত নাম লগাবলৈ ক'লে। মই সদায় তেওঁৰ পৰামৰ্শমতেই কাম কৰি আহিছো। গতিকেই নাম লগাবলৈ মান্তি হ'লো। তেওঁ কিতাপ কিনিবলৈ আৰু নাম লগাবলৈ ২০০ টকা মোৰ হাতত দিলে।

পিচদিনা মই নাম লগাবলৈ কলেজ পালোগৈ। দেখিলো প্ৰথম বাৰ্ষিকত নাম ভৰ্ত্তি

কৰা ল'ৰাবোৰ তেনেই সৰু সৰু। মোৰ বয়সৰ আধামানহে হ'ব। 'ক্লাচ'ত বুঢ়াটো হৈ ওলাই পৰিম। যিহে দুষ্ট ল'ৰাবোৰ, 'ক্লাচ'ত বুঢ়া বুঢ়াকৈ জোকাব। তাৰোপৰি আজি বহুত বছৰৰ আগতে ক, খ. মানৰ কিতাপ পঢ়োৱা ল'ৰা কেইটামান দেখিলো। মই সিহঁতৰ ঘৰুৱা শিক্ষক আছিলো। মোৰ ওচৰলৈ আহি সিহঁতে কিয় কলেজলৈ গৈছো সুধিলে। মই ফাকি দিলো— এনেয়ে গৈছো বুলি ক'লো। মুঠৰ ওপৰত নাম লগোৱা নহ'ল। ঘৰলৈ উভতি আহিলো।

শেৱালীয়ে মোৰ কাৰণে আগ্ৰহেৰে বাট চাই বৈ আছিল। মই পোৱাৰ লগে লগে কি কি বিষয় লৈছো, কিতাপ নিকিনিলো কিয় ইত্যাদি প্ৰশ্ন কৰিলে। মই একো নামাতিলো। গঙ্গাটোপটো যেন হৈ বহি থাকিলো। মই ভাবিছিলো গপ পাতিলে তেওঁ আৰু মোক আমনি নকৰে। পাছে ভাগলৈ চাওঁতে অশান্তি বেচিহে হ'ল। তেওঁ একেবাৰে গৈ বিছনাৰ আশ্ৰয় ল'লেগৈ। খুৰীয়ে মাতি ভাত-পানী খুৱাব নোৱাৰিলে। ফলত খুৰীৰো ভাত খোৱা নহ'ল। খুৰাই মোক মাৰিবলৈহে বাকী থাকিল। আচলতে খুৰা-খুৰীয়ে শেৱালীক খুব আদৰ কৰিছিল। কাৰণ শেৱালী আহিবৰ পৰা ঘৰখনৰ বহুত কথাতেই খুৰা-খুৰীয়ে চিন্তা কৰিব নলগা হৈ পৰিছিল। ঘৰখন আগৰ ঘৰখনতকৈ স্বৰ্গ-মৰ্ত্য প্ৰভেদ হৈ পৰিছিল।

মোৰ বৰ দুখ লাগিল। ভাবিলো শেৱালীক কষ্ট দিয়া মোৰ বৰ ভুল হৈছে। মই একেবাৰে তেওঁৰ শোৱা-কোঠা পালোগৈ। শেৱালীয়ে খুব কান্দিছিল। চুলিবোৰ আউলি বাউলি হৈ পৰি আছিল বিছনাখনত। বগা চাদৰখনৰ মাজেদি ওখ বুকুখন সঘনে উঠা-নমা দেখিবলৈ পালো। মই গৈ তেওঁৰ নিচেই কাষ পালোগৈ। মই ইমান মাতিলো, ইমানবিলাক কথা ক'লো, একোৰে উত্তৰ নিদিলে। মাত্ৰ উচুপিলে আৰু পাৰেমানে কান্দিলে। শেষত মই তেওঁৰ গাত ধৰি প্ৰতিশ্ৰুতি দি ক'লো যে তেওঁৰ কোনো কথাকেই মই আৰু নেপেলাও। তেতিয়া কিছু শান্ত হ'ল। তেওঁৰ সেই অভিমানটো দেখি মোৰ খুব মৰম লাগিল। বিছনাত অলসভাৱে পৰি থকা চুলিখিনি চপাই আনি মূৰটো কোলালৈ তুলি ল'লো। আদৰ পাই তেওঁ মূৰটো যিমান পাৰে সিমান মোৰ বুকুত গুজি দিলে। খন্তেকলৈ সকলো পাহৰি গ'লো। সংসাৰখনত যেন তেতিয়া মই আৰু শেৱালীহে আছিলো। নিশাটো পাৰ হৈ গ'ল। বিয়া কৰোৱাৰ পৰা শেৱালীয়ে মোৰ ফালৰ পৰা সেইদিনাহে প্ৰথম মৰম পাইছে। আগতে মোক সদায়েই কিবা ভয়, লাজ আৰু সংকোচেৰে পিছুৱাই ৰাখিছিল।

পিছদিনা তেওঁৰ পৰামৰ্শমতে 'নৈশ শাখা'ত ভৰ্ত্তি হ'লো। যেতিয়া মই আই, কম পাছ কৰো, স্ফুৰ্ত্তি মোতকৈও শেৱালীৰ হে বেচি। সেইদিনাই মাকলৈ চিঠি লিখি জনাইছিল— "প্ৰশান্তই আই, কম পাছ কৰিছে"। তেওঁৰ কাৰণেই মই ইমানখিনি আগবাঢ়ি আহিব পাৰিলো। এটা ধ্বংস স্তূপত পৰিণত হ'ব খোজা জীৱন তেৱেঁই উদ্ধাৰ কৰিলে। তাত তেওঁৰ ত্যাগ অসীম। তেওঁৰ আদৰ্শ জীয়াই ৰাখিবলৈ মই জীৱন দি হলেও আগবাঢ়িব লাগিব, নহলে তেওঁৰ প্ৰতি অন্যায় কৰা হ'ব। তেওঁৰ ইচ্ছা

মই বি, কম, পাছ কৰিহে চাকৰিত সোমাম। পাছে তেওঁৰ ওপৰতে এখন বিৰাট ঘৰ এৰি দি মই বহি থকা উচিত বিবেচনা নকৰিলো। বহুত খাটি-লুটি তেওঁৰ পৰা চাকৰি কৰিবলৈ আদেশটো পালো। এতিয়া মই কামত সোমোৱা প্ৰায় ডেৰ বছৰ হ'ল। পঢ়াত ব্যাঘাত হবলৈ ধৰিছে। পৰীক্ষাৰ 'ৰিজল্ট' বেয়া হলেও শেৱালীয়ে বৰ দুখ পাব। এইটো কোনো মতেই মই সহ্য কৰিব নোৱাৰিম। কাৰণ মোৰ এই খ্যাতিৰ মাজতে লুকাই আছে এজনী প্ৰেম-সৰ্ব্বস্ব নাৰীৰ অকৃত্ৰিম চেনেহ আৰু ত্যাগ।

চৌধুৰীয়ে অনৰ্গল কৈ থাকি হঠাতে গম্ভীৰ হৈ পৰিল, আৰু ক'লে—"নাইট্ কলেজৰ ছাত্ৰ আৰু দিনৰ কলেজৰ ছাত্ৰ—দিনৰ বিলাকে অকল পঢ়ে, ৰাতিৰ বিলাকে চাকৰিও কৰে, তাৰোপৰি দিন আৰু ৰাতি দুটা বেলেগ বস্তু। অৱস্থাৰ হেঁচাত জুৰুলা হোৱা লৰাবোৰহে ৰাতি পঢ়িবলৈ আহে। দিনৰ দিনটো চাকৰি কৰাৰ পিচত ৰাতি আকৌ কলেজ, প্ৰত্যেকেই যেন একোটা মেচিনহে। মানুহ আশাবাদী। কত আশা বুকুত বান্ধি ৰাতি কলেজটোলৈ আহিছে·········পাছে আশাৰ মূৰত কুঠাৰ পৰে। বিজুলী বাতিয়েও ধৰ্ম্মঘট কৰে। উপায় কি? এৰা, দিনত পোহৰ আৰু ৰাতিৰ আন্ধাৰ, ব্যৱধান ইমানেই।

জোনৰ পোহৰটো তেতিয়া বেছি উজ্জ্বল হৈ পৰিছিল,—তাতে শৰতৰ জোনাক যথেষ্ট শীতল—। আমি একান্ত মনেৰে চৌধুৰীৰ ইতিহাস শুনাত ব্যস্ত। বাহিৰত কি হৈছে সেইবোৰ ভাবিবলৈ আমাৰ অৱকাশ নাই। তেনেতে কাছাৰিৰ বাৰান্দাৰ পৰা দহ বজাৰ ঘণ্টাৰ শব্দ আমাৰ কাণত পৰিলহি। চৌধুৰীয়ে ক'লে—"দহটা বাজিল, কলেজ চাগে কেতিয়াবাই ছুটি হৈ গ'ল। কথাৰ কোবতে বহুত সময়।

আমি লৰালৰিকৈ কলেজলৈ গ'লো। দেখিলো এটা লৰাবো সঁহাৰি নাই। এটা নিৰ্জ্জন পৰিবেশৰ মাজত যেন কলেজটো ডুব গৈ আছে। লাইট্‌বোৰ ইতিমধ্যে নুমাই পেলালে। নাইট্ কলেজৰ আন্ধাৰ বাৰান্দাটোত আমাৰ চাইকেল কিখন নাই।



# পূৰ্ব্বাপৰ

শ্ৰীঅৰুণচন্দ্ৰ ভূঞা

কথা-ছবি চাই সমালোচনা কৰাটো মোৰ এটা গতানুগতিক স্বভাৱ। ভাল চিনেমা বাদ দিয়াতো মোৰ স্বভাৱ-বিৰুদ্ধ। অভিনয়, পৰিচালনা, আৱাহ-সঙ্গীত, দৃশ্যসজ্জা, ৰূপসজ্জা আৰু কাহিনীৰ ওপৰতে মোৰ ঝোকটো বেছি।

পলাশ আৰু মই—মই মানে দিগন্ত। দুয়ো বন্ধু চিনেমা হলৰ আন্ধাৰৰ পৰা ওলাই আহিছিলো এটা করুণ ঘটনাৰ করুণ সোঁৱৰণী লৈ। মই হলৰ দুৱাৰমুখত অলপ ৰৈছিলো—পলাশে চিগাৰেট এটা জ্বলাই লৈছিল।

নিশা দহ বজাৰ পৃথিৱী। আন মহা নগৰীত এতিয়াও ৰাজপথৰ যাত্ৰীৰ ভিৰ কমা নাই। কিন্তু আমাৰ সৰু চহৰখনত কোলাহল শেষ হৈ গৈছে।

নিঃসঙ্গভাৱে আলিৰ কাষৰ লাইট কেইটাই পোহৰ দি আছে। আহিনমহীয়া পাতল কুৱলীৰ আৱৰণ ভেদ কৰি আমি আগবাঢ়ি আহিছিলো—আমাৰ জোতা কেইযোৰে গান গাইছিল।

"পলাশ!" নীৰৱ হৈ আৰু থাকিব নোৱাৰিলো।

'হু'!—

পলাশৰ অন্তৰৰ নিবীড়তম কোণত আঘাত কৰিছে আজিৰ চিনেমাৰ কাহিনীয়ে। পলাশটো বৰ অনুভূতি প্ৰৱণ। কাৰুণ্যপূৰ্ণ কাহিনীটোৱে তাৰ অন্তৰত বেদনাৰ ঢল বোৱাইছে। পলাশে সদায় চিনেমাখন চাই গান গায় আলিবাটত। গান মানে—দুই এটা গানৰ প্ৰথম ক'লিকেইটা। মই প্ৰায়ে তাৰ স্মৃতি-শক্তিক তাৰিফ কৰো; কাৰণ তাৰ দৰে মই গানবিলাক মনত ৰাখিব নোৱাৰো। কিন্তু আজি পলাশ নীৰৱ, তাৰ মুখত আনকি এটা সুহুৰিও ফুটা নাই।

সি আপোন মনে চিগাৰেট হুপি যাব লাগিছে। চিগাৰেটৰ ধোঁৱাবিলাক নীলআকাশৰ পিনে গতি কৰিছে, কুণ্ডলি পকাই পকাই।

"কেনেকুৱা লাগিল অ' পলাশ!"

"বৰ বেয়া নহয়,—" (তাৰ কণ্ঠত উদাসীনতাৰ সুৰ) পলাশৰ মাতত ফুটি উঠিছিল মন্দিৰৰ পূজাৰীৰ উদাসীনতা। এইটো যেন পলাশ নহয়, বহুত দূৰৰ পৰা কোনোবা এটা মানুহেহে যেন কথা কৈছে। এনেকুৱা এটা আনমনা মানুহৰ লগত মইনো আৰু কি কথা পাতিব পাৰো? ইচ্ছা আছিল মূল ভূমিকাত অভিনয় কৰা অভিনেত্ৰী গৰাকীৰ বিষয়ে কিছু আলোচনা কৰো। কিন্তু, পলাশটো যেন

নিজত নাই। এই মাত্র চাই চিনেমাখনৰ কথা নিশ্চয় প্ৰত্যেক পৰিয়ালতে ওলাইছে। হয়তো বাপেকহঁতে টকাৰ হিচাবটো মিলাব পৰা নাই। পুতেক-জীয়েকহঁতে বহুৱাৰ বহুৱালি—"খুহুটীয়া চৰিত্ৰৰ বা অভিনয়ৰ বা সঙ্গীতাংশৰ" লৈ প্ৰাণভৰি উপভোগ কৰিছো। অবিবাহিত ডেকা-গাভৰুৰ হৃদয়ত নিশ্চয় চিনেমাৰ নায়ক-নায়িকাৰ ভাল পোৱাই এতিয়া খেলা কৰিছে। তাকে লৈ অনাগত সুখৰ এটা হয়তো সপোন দেখিছে। চিনেমা যদিও কাল্পনিক তথাপি তাত সাময়িক বাস্তৱতাৰ চাপ আছে। চিনেমাৰ বাস্তৱতাত যদিও কল্পনাৰ বোল সনা, তথাপি সেই সাৰ-সত্তাক আমি ন্নুই কৰিব নোৱাৰো।

আকাশৰ তৰাবিলাকে নিশাক নিচুকাইছিল।

ঘৰ পায়েই পলাশে মযে চিনেমাখনৰ কাহিনীটো লৈ আলোচনা আৰম্ভ কৰিছিলো। চিনেমাখনৰ মূল কাহিনীটো হ'ল—"মাহীয়েকে সতিনীয়েকৰ পুতেকক কৰি অহা চিৰন্তন হিংসা। ওচৰৰে ধনী মানুহ এগৰাকীৰ জীয়েকৰ লগত এই পুতেকৰ প্ৰণয় ঘটিল, কিন্তু সেই প্ৰণয়ৰ চৰমৰূপ বিবাহত বাধা দিলে মাহীয়েকে,—শেষত উপায় নাপায় নায়ক-নায়িকাই আত্মহত্যা কৰিলে, মাহীয়েকে বিজয়ৰ উল্লাসত অট্টহাস্য কৰিলে—এয়ে হ'ল থুলমূল কথা। এটা একেবাৰে বাজে গল্প। প্ৰেম আৰু জঘন্য ঈৰ্ষা আৰু অসূয়া, সাংসাৰিক স্নেহ বন্ধনৰ অপ্ৰাকৃতিক অৱস্থিতি, মানৱ চৰিত্ৰৰ অবাস্তৱ বৈশিষ্ট্য—আদিৰ সংঘাট। শেষত হিংসা আৰু মঙহৰ ওচৰত প্ৰেম আৰু আত্মাৰ পৰাজয় স্বীকাৰ। পলাশৰ আগত এনেকুৱা ক্ৰূৰ মাহীয়েক থাকিব নোৱাৰে বুলি মই প্ৰতিবাদ কৰিছিলো। মই তাক কৈছিলো, এইবোৰ সাধুকথাৰ—অবাস্তৱ, বা ৰূপকথাৰ কাহিনী,—মাত্ৰ অভাৱনীয় ঘটনা দেখুৱাই দৰ্শকৰ 'বাহ-বাহ' লোৱাৰ আলম। তেজীমলা, চম্পাৱতী, জাম্বৱন্তী আদি সাধুকথাত কিমান মাহীদেৱেকক যে আমি নাপালো। কিন্তু পলাশে মোৰ কথাত কাণেই নিদিলে, সি মাত্ৰ আকোঁৰ-গজালিকৈ ধৰি ৰ'ল যে, এনেকুৱা মাহীদেউ থাকিব পাৰে, কাহিনীটোত বাস্তৱতাৰ উপাদান আছে। পলাশৰ কথাত মোৰ সমূলি বিশ্বাস নাছিল। অৱশেষত মোৰ প্ৰতি আৰু তৰ্ক বিতৰ্কই পলাশকো যুদ্ধত নমোৱালে। সেইদিনাই তাৰ বিচনাখনত মোক বহুৱাই লৈ সময়ৰ 'কাটাক' প্ৰতিবাদ কৰি তাৰ নিজৰ মাহীদেৱেকৰ কথা ক'লে এটা গহীন শান্ত মুহূৰ্ত্তত।

"শুন দিগন্ত! এটা সাধুকথাকে তোক কৈ দিওঁ।"

সাধুকথা কিন্তু পলাশে নক'লে। ক'লে ভলগাৰ পাৰৰ পৰা অহা বনৰীয়া তিৰোতা এগৰাকীৰ কথা যাৰ অন্তৰত আছিল—বাধাহীন বুভুক্ষা, চকুত আছিল কামনাৰ বহ্নি।

"আজিৰ পৰা পোন্ধৰ বছৰৰ আগতে মা ঢুকুৱাৰ ন মাহৰ পিছতে মাহীদেউ আহিছিল আমাৰ ঘৰলৈ। মোৰ দেউতাতো চাজাহান নহয় যে মাৰ কথা শুনি দ্বিতীয় বিবাহ নকৰিব। দেউতাই মাহীদেউক আনোতে পঞ্চাশ বছৰ বয়সত ভৰি দিছিল। মাহীদেউ, মানে বৰ ডাঙৰ তিৰোতা এগৰাকী নাছিল। আহিল কুৰিটা বসন্ত খেলি, আনন্দ কৰি পাৰ কৰি দিয়া এজনী গাভৰু ছোৱালী। মাহীদেউৰ বুকুত যেতিয়া

অনাবিল প্ৰেমৰ জ্যোতি বৈ পৰিছিল, মাহীদেৱে বিচাৰিছিল শুভ্ৰ-কপালৰ বডা তিলকটো আৰু উজ্জ্বলাই তুলিবলৈ—নিবিড়ভাৱে স্বামীক পৰিচৰ্য্যা কৰি। সেইদিনা শুভ্ৰবসনা মাহীদেউক মোৰ কোনোবা মন্দিৰত পূজা দিবলৈ যোৱা ৰাজ-কুমাৰীৰ নিচিনা লাগিছিল।"

মোৰ চকুৰ আগতে যেন পলাশৰ মাহীয়েকক দেখিছো। ছয়োখন হাত জেতুকাৰ ৰঙেৰে ৰোলোৱা ফাগুণৰ নিলাজী বতাহে মাহীয়েকৰ আচল উৰাই নিছে—মাজে মাজে হয়তো তেখেতে পৰাজয় স্বীকাৰ কৰিছে। মণ্ড আল্লাউদ্দিনৰ ছবি খনৰ লগত যেন পলাশৰ বাপেকৰ মিল আছে। চকুত চিকাৰৰ দৃষ্টি লৈ এজনী ছোৱালী বৈ আছে কাৰোবাৰ লগত যৌৱনৰ উপাসনা কৰিবলৈ।

'মাৰ অবিহনে শুভ্ৰ, পবিত্ৰ মাহীদেউক ভাল লাগিল।' পলাশে কৈ গ'ল।

'কিন্তু সেই নতুন মাহীদেউ, ওচৰ-চুবুৰীয়াৰ ন ছোৱালী, দুই এবাৰ ন বৌ, লাহে লাহে গৈ পুৰণি ছোৱালী, পুৰণি বৌ হৈ পৰিল। মাহী-দেৱৰ চৰিত্ৰ, মাহীমাকৰ চিৰন্তন ৰূপটোৱে প্ৰকাশ পালে। মই বুজিব নোৱাৰিলো জোনটোৰ নিচিনা কোমল মাহীদেউজনীক; মাহীদেউ হ'ল মোৰ কাৰণে সাঁথৰ।

মোৰ পোন্ধৰ বছৰীয়া জীৱনটোৰ প্ৰতিটো দিনতে জড়িত থকা মা-জনীক ইমান সহজে মই পাহৰিব নোৱাৰিলো। পাহৰি যোৱাটো অসম্ভৱো। মাৰ চিতাৰ ধোঁৱাবিলাক বহু দিনৰ আগতে নীলা আকাশৰ বুকুত হেৰায় গৈছিল। কিন্তু মাৰ কৰ্ম্ম জড়িত প্ৰত্যেকটো বস্তুৱেই মোক মা'লৈ সোঁৱৰাইছিল।

মোৰ এনেকুৱা কোমল হৈ থকা ভাবটোত মাহীদেৱে সেই সময়তে কুঠাৰেৰে আঘাত কৰিলে। লাহে লাহে মাহীদেৱে মোক অৱজ্ঞা কৰিবলৈ ধৰিলে। আনকি মিছা কথা লগাই দেউতাৰ হতুৱাই শাস্তি দিবলৈও কুণ্ঠিত নহ'ল। মই এটা ডেকা ল'ৰা হৈ ফুৰা-মেলা কৰিছিলো—প্ৰায়ে ফটা-ছিটা কাপোৰ-কানি পিন্ধি। কাপোৰ-কানি বাদেই আনকি খোৱা-বোৱাটো মোক বাধা দিছিল।

সিদিনাৰ কথা। শেৱালীয়ে মোলৈ এখন চিঠি দিছিল। চিঠিখন পৰিল মাহীদেউৰ হাতত। পোনচাটেই মাহীদেউ দেউতাৰ ওচৰত উপস্থিত হৈছিলগৈ। মোৰ মোমাইদেউৰ ছোৱালী সেই-দিনা দেউতাৰ বিচাৰতো হৈ পৰিল—অচিনাকি পৰ। মাহীদেৱে মোলৈ কেবাহিকৈ চাই কৈ গৈছিল অকনো আঁৰ নলগাকৈ অকুণ্ঠিতভাৱে—"আপোনাৰ ল'ৰা গুচিল, ছোৱালীলৈ চিঠি দিবলৈ শিকিছে। সেই গৰাকীয়ে যিহে লিখিছে, ''মৰমৰ দাদা, আপুনি কিয় আমাৰ মাজৰ পৰা হেৰায় যাব খুজিছে? আমি কি দোষ কৰিলো যে আমাৰ উপকণ্ঠত আপুনি আৰু ভৰি নিদিয়েহি? আমাৰ মৰমৰ ঢৌবিলাকে আপোনাৰ অন্তৰত কিয় আঘাত নকৰে। পলাশ দাদা, ইত্যাদি।" দেউতাই সেইদিনা মোৰ পিঠিত ছুডাল আছাৰি ছিডি দিছিল। মোৰ সকলো যুক্তি বানপানীত খাগৰি উটাদি উটি গ'ল: তাৰ সলনি আহিল ভবিষ্যতলৈ সাৱধান হোৱাৰ জাননী। এজনী সাধাৰণ ছোৱালীৰ এখন সামান্য চিঠিয়ে মাহী-দেউৰ অন্তৰত কিহৰ ধুমুহা তুলিব পাৰে সঁচাকৈয়ে সিদিনা মই বুজি নাপালো।

নিশা মাহীদেৱে মোক আচৰিত কৰি তুলিলে এটা অভাৱনীয় ঘটনাৰ দ্বাৰা। বহুত সময়লৈকে মাহীদেৱে মোৰ চুলিত হাত বুলাই মৰম কৰি আছিল। মই কিন্তু এইবোৰ অভিনয় বুলি ভাবি বহুত ভালদৰে মাহীদেউক চাব নোৱাৰিছিলো। দিনটোৰ সেই চৰম শাস্তিৰ পিছত ভাগৰে মোক আৱৰি ধৰিছিল। চিল্‌মিল্‌কৈ টোপনিও ধৰিছিল। হঠাৎ মোৰ চকুৰ পৰা নিদ্ৰা আঁতৰি যায়—মাহীদেৱে মোক আকোৱালি লৈ দুয়োখন গালতে অজস্ৰ চুমা বৰষিছে। মাহীদেউৰ কাৰ্য্যত মই অবাক হৈ পৰিছিলো—পিছত মই চিঞৰিছিলো,—"মাহীদেউ, আপুনি এইবোৰ কি কৰিছে?" তেতিয়া মাহীদেৱে মোলৈ এটা জ্বলন্ত দৃষ্টি নিক্ষেপ কৰি নাটকীয় ভঙ্গীমাৰে ওলাই গুচি গৈছিল। পিছদিনা মোক কৈছিল, "কালি তুমি বৰকৈ মাৰ খোৱাৰ কাৰণে মৰম কৰিছিলো; মই ইচ্ছা নকৰো আৰু তোমাৰ দেউতাৰায়েও ভাল নাপায় যে তুমি কোনোবা ছোৱালীৰ লগত হ'লি-গ'লি কৰা।"

অৱাক পৃথিবীৰ এয়া সবাক সবাস্তৱ চিত্ৰ। পলাশৰ মাহীদেৱেকে হৰণলুকি নৃত্য দিছে। সাঁথৰ ঃ দেখিবলৈ এক, কাৰ্য্যত এক।

মোৰ চকুত ভাঁহি উঠিল, পলাশৰ দেউতাকৰ তাৰ মানে এজন বৃদ্ধৰ যৌৱনৰ বিহুতলীখন মলঙি যোৱা। সেই বিহুতলীত আৰু ঢুৰৰিবন নগজে। এজনী গাভৰু ছোৱালীৰ ওঁঠৰ পলাশৰ ৰঙা বং মোলান পৰি গৈছে। বৃদ্ধৰ যৌৱনত ফুটি উঠিছে সন্ধিয়াৰ আৰতিৰ বিদায়ৰ পৰশ,—বৃদ্ধৰ ভাল পোৱাত আছে, তলসৰা মদাৰৰ পাহিৰ মূল্য। কিন্তু ছোৱালীজনীৰ বুকুত কামনাৰ শত শত ঢৌ উঠিছে—মদনৰ কাঁড়ত অতীষ্ঠ হৈ পৰিছে। তাইৰ কণ্ঠত পুৱতি নিশাৰ আহ্বান ভাঁহি উঠা নাই! তাই তুলসীৰ তলতো চাকি দিবলৈ যোৱা নাই। উৰ্ব্বৰা পৃথিবীখনক আকোৱালি ল'বলৈ তাই দৃঢ় প্ৰতিজ্ঞ—সৃষ্টিৰ কঠিয়া গজাবলৈ তাইৰ শক্তি আছে। জীৱনৰ শুকান বালিচৰক শত বাৰিষাৰে ঢৌৱাই তাই বসন্তক আগমনি জনাব। নৈতিকতা, সংযম এইবিলাক এই প্লাৱনৰ আগত বাধা হৈ জানো থাকিব পাৰে?

সভ্যতাৰ কৰ্ত্তাবাহী ৰেল চলিছে।

বৃদ্ধই হয়তো ব্যৰ্থ যৌৱনক সজীৱ কৰি তোলাৰ আঁচনি লৈছে। যৌৱন সুধাল্যনা মহা বীৰ্য্যবান, ইংলিচ্, আমেৰিকান্, দেশী স্বদেশী বহুতো প্ৰকাৰৰ টনিক আনি খাইছে। কিন্তু? মোৰ কল্পনাৰ মাহীদেউক এৰি পলাশৰ বাস্তৱ মাহীদেউলৈ আহোঁ—।

'সেইদিনাৰ সেই ঘটনাৰ পিছতো মাহীদেৱে তেওঁৰ ক্ৰূৰ স্বভাৱটো ত্যাগ কৰিব নোৱাৰিলে। মই প্ৰায়ে মিছা কথাত গালি খাইছিলো—প্ৰতিবাদ কৰিলে দেউতাৰ সত্তাটো আঁতৰি কোনোবা চিপাহীৰ সত্তা লয় দেউতাৰ গাত। চিনেমা চোৱা, পয়চা চুৰ কৰা, চিগাৰেট খোৱা, দিনটোত গড়ে তিনিটাকৈ মাহীদেৱে মোৰ বিৰুদ্ধে গোচৰ দাখিল কৰিছিল। সিদিনা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ তিথিৰ কাৰণে আঠ অনা পয়চা চান্দা দেউতাক বিচাৰিছিলো; মাহীদেৱে ধুমুহাৰ দৰে আহি দেউতাক ক'লে যে, তেওঁ কালি আহি মোৰ পৰা পয়চা আঠ অনা লৈ

গৈছে ঃ আজি হ'ব পায় আপোনাৰ ওচৰত বিচাৰিছেগৈ।' দেউতাই মোৰ গালত আৰু একো বিচাৰ নকৰি, চাৰিটা চৰ সোধাই দিছিল।

মই সেইদিনা কান্দিছিলো প্ৰাণ খুলি; আগত লৈছিলো মাৰ ছবিখনকে থাপনা কৰি। হিমৰ দৰে চেঁচা চকুৰ লোটকবোৰ বাগৰি আহিছিল হিলদ'ল ভাঙি এটা দুৰ্ব্বাৰ গতিত। বৰষুণৰ টিপ্‌টাপ্ গানৰ দৰে মোৰ চকুৰ পৰা পানীবোৰ ওলাই গৈছিল। মোৰ বুকুত ৰুদ্ধ হৈ থকা বহুত দিনৰ বেদনাখিনিৰ উপশম কৰিব খুজিছিলো।

ওৰণি লৈ থকা মাজনীৰ ওপৰত সেইদিনা মোৰ খং উঠিছিল। কিন্তু মই দেখিছিলো, এটা সকৰুণ দৃষ্টি মাৰ চকুত আৰু মুখত এটা সমবেদনাৰ চাপ।

'পলাশ, তই এইটো সাধু কৈছ।'

মোৰ মাতক তল পেলায়ে এটা ধুনীয়া কৱিতা আবৃত্তি কৰাৰ দৰেই সি অনৰ্গল কৈ গ'ল—"মোৰ এই কথা, মোৰ এই কাহিনী, কোনেও বিশ্বাস নকৰে। মোৰ ক'বলৈও প্ৰয়াস নাই। কোনো কথাশিল্পী, লোকসাহিত্যিকে মোৰ কথা লিপিবদ্ধ নকৰে ঃ অনাগত ভৱিষ্যতৰ বুকুত সি হয়তো এনেয়ে লোপ পাব।

বুইছ, দিগন্ত, যদিও মাক মই পাহৰা নাছিলো, তথাপিও বহুত দিন মাৰ লগত কথা পতা নাছিলো; পাতিবলগীয়া কথাও বহুত আছিল। মাৰ আগত মই কান্দিছিলো, কান্দিবলৈ লাজ কিহৰ?

গাত কাৰোবাৰ হাতৰ পৰশ পাই, হঠাৎ উচপ্ খাই উঠিছিলো—মাৰ প্ৰেতাত্মাই মোক শান্তনা দিবলৈ অহা বুলি ভাবি। কিন্তু ঘূৰি চাই অবাক হৈ গৈছিলো মাহীদেউক দেখি। মাহীদেউৰ চকুত দেখিছিলো অনাবিস্কৃত নক্ষত্ৰৰ জ্যোতি। মাহীদেৱে মোলৈ চাই আছিল একেথৰে—মাহীদেউৰ বুকুখন কঁপিছিল, গাৰ চাদৰখন অলসভাৱে পৰি আছিল। দেউতাৰ চৰ কেইটা ইমান সহজে মই পাহৰিব নোৱাৰিলো। থৰম কৰাৰ চলেৰেই মাহীদেৱে মোক আকোঁৱালি ধৰিব খুজিছিল - কিন্তু সেই সুবিধা মাহীদেউক নিদি মই বাহিৰলৈ ওলাই আহিলো। পিছফালৰ পৰা মাহীদেৱে মতা শুনিছিলো, 'অ' পলাশ, শুনাচোন ঃ ক'লৈনো যোৱা?' মই কিন্তু মাহীদেউৰ কথাৰ প্ৰত্যুত্তৰ নিদিলো। লগে লগে মাহীদেউৰ হুঙ্কাৰ শুনিছিলো—'ব'বা, বাৰু আহা—ইয়াৰ প্ৰতিশোধ ল'ম।' মই কিন্তু আৰু নৰ'লো। সেইদিনাই মোমাইদেউৰ ঘৰলৈ গুচি আহিলো। সেই যি গ'লো আৰু তাৰ পৰা মই উভতি ঘৰলৈ যোৱা নাই। মোমাইদেউহঁতৰ ঘৰৰ পৰাই মই প্ৰৱেশিকা আৰু বি, এ পাছ কৰিছিলো।"

* * *

প্ৰায় তন্ময় হৈ মই পলাশৰ মাহীদেউজনীক চাই আছিলো। পলাশৰ মুখলৈ চালো, তাৰ ধুনীয়া মুখখনক আঁউসীৰ ক'লা আন্ধাৰে আৱৰি পেলাইছে। তাক যেন কিবা বেদনা এটাই খুলি খুলি খাইছে। তাৰ ধুনীয়া আবৃত্তিটো হঠাতে ছন্দপতন হ'ল। সি হয়তো তাৰ চকুৰ আগত দেখিছে পিতাকৰ ৰুদ্ৰমূৰ্ত্তি, মাহীয়েকৰ কামনাবিকৃত মুখ, বুভুক্ষু চকুৰ সৰ্ব্বগ্ৰাহী দৃষ্টি। সেই ধুনীয়া সপোনটোৰ দৰে ধুনীয়া মাহীদেউজনীয়ে কিয় বাৰু পলাশক ইমান আঘাত দিলে ঃ

কিয় ? কিয় ? যদি মাহীদেউ ত্যাগ আৰু আদৰ্শৰ গৌৰীশৃঙ্গৰত আৰোহণ কৰিলেহেঁতেন হয়তো আজিও পলাশৰ অন্তৰত এটি শুকতৰা হৈ জিলিকি থাকিলহেঁতেন। কিন্তু পলাশে পালে আঘাত। তাৰ কবিত্বপূৰ্ণ জীৱনটো চূৰ্ণবিচূৰ্ণ হৈ গ'ল। জীৱনৰ কাৰণে সি হ'ল পলাতক। তাৰ পলৱীয়া মনটোৱে মৰম বিচাৰি বলিয়া হ'ল। মৰমৰ অকণি অকণি টোৰোৱেই তাত শাশ্বত, পৱিত্ৰতাৰ জন্মস্থান ঘৰখনৰ প্ৰতি ঘৃণা আৰু বিদ্বেষৰ ভাব জগাই তুলিলে।

বাহিৰলৈ চাওঁ, এটা কামনাদীপ্ত পুৰণি নিশাৰ উজাগৰী সপোন ভাঁহি ফুৰা দেখো। আকাশখনত তৰালি পথহাৰা হ'ব খুজিছে—লহৰ উঠিছে নিশা শেষৰ শুকতৰাৰ জয়গান।

আজিও হয়তো পলাশৰ মাহীদেউৰ জীৱনৰ পানচৈখন খৰ-শ্ৰোতা নদীত থৰক্-বৰকৈ গৈ আছে। কিন্তু মাহীদেউৰ হাতৰ মাকো আজি থৰক্-বৰকৈ লৰে। 'বহোঁ তাঁতশালত, চকু আলিবাটত', সেই দিন আৰু মাহীদেউৰ পাৰ হৈ গৈছে। মেখেলাৰ পাতলিতো হয়তো অযুত তৰা আৰু নজ্বলে। দাঁতবিলাকত হয়তো ক'লা দাগ ধৰিছে—তাতোকৈ মই আগবাঢ়ি যাওঁ—মাহীদেউ হয়তো এতিয়া কঁকালৰ বিষত বিছনাত ছট্‌ফটাই পৰি আছে—চকুৰ দৃষ্টি বহুতো নিস্প্ৰভ হৈ পৰিছে।

পলাশটো নীৰৱ হৈ পৰিছে।

'পলাশ! টোপনি আহিছেনে কি?'

'উঁ-হোঁ! নাই অহা। মই বোধকৰো কালিলৈ ঘৰলৈ যাম।"

'ঘৰলৈ'? এনেয়ে সোধো।

"ওঁ, আজি কেইবাদিনো ভাবিছিলো, আজি তাৰ পাৰ পাইছো। ঘৰলৈ যাম, ঘৰত ঠাই দিয়ে নে নিদিয়ে ক'ব নোৱাৰো; মই ভাবি চাইছো মাহীদেউৰ গাত দোষ নাই। মাহীদেউ মোৰ মাতৃস্থানীয়া।"

'কিন্তু—'

'হয়, মাহীদেৱে ভুল কৰিছিল দিগন্ত। কিন্তু সেই ভুল মাহীদেৱে কৰো বুলি কৰা নাছিল, নিজৰ অজ্ঞানে বা অনিচ্ছা স্বত্বেও কিন্তু সি ঘটিছিল।'

'মানে!'

'মই মনস্তত্ত্ববিদ নহওঁ, কিন্তু ই ধ্ৰুৱসত্য মাহীদেউৰ এই ক্ৰুৰ প্ৰকৃতি আন একো নহয় মাত্ৰ অৱদমিত স্পৃহাৰ বিকৃত স্বৰূপ।

শিক্ষাৰ কি মূল্য হ'ব, যদি মই মাহীদেউৰ অনুভূতিৰ ৰূপটোকে ধৰিব নোৱাৰো। মই বুদ্ধিৰ তুলাচালনীৰে জুখি চাইছো আৰু বুজিছো মাহীদেউৰ সেই সময়ত অন্তৰত বজা নিঃসঙ্গ পেঁপাটি। বুইছ দিগন্ত, মানুহৰ দেহা তেজ-মঙহৰেই গঢ়া। এই মানুহৰে যেতিয়া ভোক লাগে, তেতিয়া সভ্যতা, সংস্কৃতি, সংযম, সমাজ, নীতি-নিয়ম সকলো বানপানীত খাগৰি উটাদি উটি যায়। ইয়াৰ আগত একোৱেই বাধা হৈ দেখা দিব নোৱাৰে। 'ইন্‌টেলেক্‌চুৱেল্' আৰু 'স্প্ৰিচুৱেল্' আদি শব্দৰ মায়াজাল সৃষ্টি কৰি মানুহ ভুলুৱাৰ দিন গ'ল। আমি মানুহ, আমি দেৱতা নহয়। মানুহৰ দৰেই আমি ভবাটো উচিত। মই আজিও আচৰিত হওঁ, কেনেকৈ মাহীদেৱে সনাতন নৈতিকতাৰ আঁৰকাপোৰখন আঁতৰাব পাৰিছিল। কিন্তু আঁতৰাব পাৰিও মাহীদেউ

কৃতকাৰ্য্য হ'ব নোৱাৰিলে। সেই কাৰণেই মাহী-দেউৰ অৱদমিত অনুভূতিৰ বিকৃত ৰূপটো উৰ্দ্ধমুখী নহৈ অধোমুখী হ'ল।

দেউতাই ভুল কৰিছিল, মাহীদেউক বিয়া কৰাই। কোনোবাখিনিত দেউতা শিক্ষিত হ'ব নোৱাৰিলে। তাৰ ফল দেউতাই ভুগিলে। মাহীদেৱে দেউতাক ঠগিলে। দেউতাই কিন্তু নুবুজিলে। আৰু দেখাদেখিকৈয়ে যদি মাহীদেৱে দেউতাক প্ৰাপ্য সুখকণৰ পৰা বঞ্চিত কৰিলে-হেঁতেন তেতিয়া হ'লেও দেউতাই নিৰ্ব্বিবাদে তাক মানি ল'ব লাগিলহেঁতেন। আজি মই দেউতাৰ অশিক্ষিত জ্ঞানকণক পুতৌ কৰো। অকল দেউতাই নহয়, অগণন পূৰ্ব্বপুৰুষে এই পথত পদ-চিহ্ন পেলাই গৈছে। লুইতৰ চঞ্চল উৰ্ম্মিমালা অনন্তকাল প্ৰৱাহিত—তাৰ ঢৌৰ বিৰাম নাই, উঠি আছে, মাৰ গৈ আছে। মাহীদেউৰ নিচিনা বহুত তিৰোতা আহি আছে, গৈ আছে। মানৱ সভ্যতাৰ পানচৈখনত এনেকুৱা যাত্ৰীৰ অভাৱ হোৱা নাই।

কিন্তু দিগন্ত, প্ৰথমতে মই মাহীদেউক ভুল বুজিছিলো। আজি মোৰ সেই অলীক ভাৱধাৰা আঁতৰি গৈছে। এগৰাকী বঞ্চিতা নাৰীৰ অন্তৰত বৈ থকা ফল্গুস্বৰূপ, প্ৰেম, কামনা, প্ৰীতিধাৰাই কষ্ট নাপালে, অবাটে বাট লোৱাটো স্বাভাৱিক। সি কেতিয়াও মৰুভূমিৰ দৰে নীৰস হৈ যাব নোৱাৰে। এই কাৰণেই দয়া, করুণা মৰমেৰে প্ৰ ুট এখনি নাৰী হৃদয় দয়াহীন, করুণা-আৰু নিমৰমিয়াল হৈ পৰে।

যা দিগন্ত, এতিয়া শুই থাকগৈ। মই কাইলৈ পুৱাই যামগৈ।

লাইটটো নুমুৱাই দিছো। কালিলৈ হয়তো সন্ধিয়া পলাশে দেখিব বগা কাপোৰ পিন্ধি তাৰ মাহীয়েকে তুলসী তলত চাকি দি সেৱা কৰিছে। সি তেতিয়া হয়তো মাতিব, পিছত সেৱা কৰিব সভক্তিৰে আৰু সপ্ৰেমেৰে। মাহীয়েকেও হয়তো সন্ধিয়াৰ পলাশটোক আকৌ এবাৰ পবিত্ৰ শিশু বুলি ভাবি মৰম কৰিবঃ পিছত হয়তো কোনেও নেদেখাকৈ মাহীদেৱে কান্দিবঃ অতীতে মাহীদেউক কন্দুৱাবঃ আৰু পলাশৰ বাপেক? খেপিয়াই খেপিয়াই পলাশক হাত ফুৰাই চাব, হয়তো কান্দিবঃ আৰু পলাশ? সি মোতকৈ বহুত বেছি জানে।

পলাশে তাৰ বিছনাৰ পৰা চিঞৰি কৈছিল, 'বুজিছ, দিগন্ত, চিৰন্তন নাৰীৰ যি নাৰীত্ব সি আজিও 'মডাৰ্ণ,' আধুনিক, 'আপ্-টু-ডেট্' যিমানেই সামাজিক 'লেবেল' থাকক লাগে, সি প্ৰৱাহমান। ষোল শতিকা, সোতৰ শতিকা বা কুৰি শতিকাঃ শতিকাৰ ভেদাভেদে ইয়াক নিঃচিহ্ন কৰিব নোৱাৰে। মুঠতে সভ্যতাৰ উন্নত গতিয়েও এই বিষয়ত পৰাজয় স্বীকাৰ কৰিছে। শুই থাক, আৰু কথা নাপাতো।'

আজি পাঁচ বছৰ পলাশ আৰু মই এই ঘৰটোত আছো। আজিলৈকে কিন্তু পলাশৰ এই কাহিনীটো জনা নাছিলো। সিতো সদায় তাৰ মোমায়েকৰ ঘৰকেই তাৰ নিজৰ ঘৰ বুলি কৈছিল। তাৰ অন্তৰালত যে এটা করুণ সাঁথৰ সোমাই থাকিব পাৰে, মই ভাবিবই পৰা নাছিলো।

এক ৰহস্যপূৰ্ণভাৱে ক'লা নিশাই মোক

কৈ নাচিব লাগিছে। মোৰ চকুত পৰে মাখো ক'লা আৱৰণ, তাৰ বুকুত বাজি উঠিছে অচিনাকি গানৰ লহৰ। কাণত ভ'াহি উঠে পলাশৰ শেষৰ কথা কেইটা; সেইখিনি যেনিবা বাণীহে জগতৰ বাবে।

চকু দুটাত নিদ্ৰাৰ পৰশ অনুভৱ কৰো।

১। "ক্ৰোধ আৰু ঘৃণা কিম্বা অন্য অসৎ প্ৰবৃত্তিচয় দমাই ৰাখিবৰ কাৰণে ঈশপ্ৰাৰ্থনাই উত্তম অৱলম্বন।"

—মহামানৱ মহাত্মা—

২। "গৌৰৱ বাষ্প সদৃশ; জনপ্ৰিয়তা এটি দুৰ্ঘটনা; ঐশ্বৰ্য্য উড়ণীয়া পখিৰ দৰে; কিন্তু বিস্মৃতিয়েই একমাত্ৰ বাস্তৱ।"

—গ্ৰীলে'—

# —বকুলফুলৰ মালা—

শ্ৰীদেবীপ্ৰসাদ খাউণ্ড,
২য় বাৰ্ষিক কলা।



"বিশ্ব যেতিয়া নিদ্ৰা মগন
গগন অন্ধকাৰ,
কোনে দিয়ে মোৰ বীণাৰ তাঁৰত
এনুৱা ঝঙ্কাৰ।"

আকৌ এবাৰ টোপনিতে ফেকুৰি উঠি অৰুণিমা বৰুৱাই হঠাতে সাৰ পালে। কিবা ভয়ানক সপোন এটাই যেন বুকুখন মোহাৰি আমঠু পৰ্য্যন্ত ক'লা কৰি গ'ল। বহুত কষ্ট কৰি এইয়া অলপ মাত্ৰ আগতে কথমপি চকুহাল জপাই ক্ষন্তেক সংসাৰখনক পাহৰি যোৱাৰ উপায় বিচাৰিছিল, কিন্তু নোৱাৰিলে। টোপনিয়েও যে আজি অৰুণিমাক একেবাৰে পাহৰি পেলায়।

মূৰশিতানত কবিতাৰ বহিখন মেলাহৈ পৰি আছে। কাগজৰ ওপৰৰ চকুপানীৰ বিয়পা দাগবোৰ শুকাই যোৱা নাই। আধা লিখা কবিতাটোৰ ওপৰত ওপৰমূৰা হৈ পৰি থকা কলমটোৰ পৰা কেনেবাকৈ চিয়াহী ওলাই এশাৰী কবিতা নষ্ট হৈ গৈছে। চাকিটো জ্বলিয়ে আছে—চাৰিওফালে ছুই এটা সৰু সৰু ফৰিং আৰু চগাৰ দেহ যোৱা মৃতদেহৰ অণ্ঠা লৈ। মূৰশিতানত খিড়িকীখন তেতিয়াও জাপখোৱা নাই; পাতল পৰ্দ্দাখনও ডাৱৰৰ কঁহুৱাবনত লুকাভাকু খেলা জোনটোক চাই চাই কঁপি কঁপি উজাগৰে আছে। আৰতৰীয়া সেমেকা বতাহজাকৰ অভিশাৰৰ বিজন চঞ্চলতাত নিবাভৰণা দিপিকাৰ অৰশ শিখাটো মাজে মাজে কঁপি উঠিছে—কেতিয়াবা লাহে লাহে, কেতিয়াবা বেচিকৈ।

মেজখনৰ ওপৰত পৰি আছে খেলি-মেলিকৈ এমোপা কিতাপ—Four Great Tragedies of Shakespeare, Selected Poems of Wordsworth, Shelley, Keats and Browning, Mother, Man and Superman আৰু গীতাঞ্জলী। প্ৰায়বিলাক কিতাপৰে মাজত সুমাই থোৱা আছে টুকুৰা টুকুৰ কাগজ—পঢ়ি আধৰুৱাকৈ এবাৰ চিন।

বিছনাখনৰ ওপৰতে বহি অৰুণিমা বৰুৱাই বাহিৰৰ পৃথিবীখন আৰু তৰাভৰা আকাশখনলৈ বিষন্ন মনেৰে এবাৰ চাই পঠিয়ালে; প্ৰশান্ত পৃথিবীৰ কোলাত জোনৰ কোমল পোহৰবোৰ শুকাই আছে স্থিৰঃ শান্ত এক নিপোটল ন-শিশুৰ দৰে। লোলুপ দৃষ্টিৰে এচমকা ক'লা ডাৱৰ জোনটোৰ কাষলৈ লাহে লাহে আগবাঢ়ি

আহি হঠাৎ পোহৰবোৰ শেষ কৰি দিলে। চকু দুটা সেমেকি উঠিব খুজিলে অৰুণিমাৰ— এই নিষ্ঠুৰ ডাৱৰবোৰ আকাশৰ বুকুৰ পৰা একেবাৰেই ক'ৰবাত নাইকিয়া হৈ গ'লহেঁতেন যদি।

অশান্তিৰ সোঁৱৰণীৰ হয়তো একোতেই মৃত্যু নাই। কবিতাৰ বহীখন তুলি আনি আধা-লিখা কবিতাটোত শাৰী এটা আৰু লিখিলে। তাৰ পিচত কিবা এটা ভাবি জপাই থ'লে বহীখন। এটা দীঘল হুমুনিয়াহ অৰুণিমাৰ অন্তৰৰ নিভৃত কোণৰ পুঞ্জীভূত বেদনাৰ কান্দোন লৈ মাত্র নিজান নিশাৰ বুকুত হেৰাই গ'ল। কোনেও নজনাকৈ এইদৰেই উজাগৰী নিশাৰ বুকুত হুমুনিয়াহেৰে অৰুণিমাই বঞ্চিত আৰু বুভুক্ষিত আত্মাৰ নিকৰুণ বেদনাৰ কবিতা লিখিছে।

ডাৱৰৰ বুকুত লুপ্ত হৈ পৰা জোনটো ধৰ্ষিতা গাভৰু এজনীৰ দৰে ফোপাই-জোপাই যেন ওলাই আহিল। অৰুণিমাৰ ফালে চাবৰ মন নগ'ল।

ডাৱৰৰ বুকুত জোন হেৰাই যায় এইদৰেই কেতিয়াবা। সি নমৰে। ওলাই আহে আকৌ অলপ পিচতে আগৰ দৰে। কিন্তু মানুহ কেতিয়াবা হেৰাই পৰে মানুহৰ বুকুত? সেইয়া হেৰোৱা— চিৰদিনৰ হেৰোৱা। আনৰ নহলেও অন্ততঃ অৰুণিমা বৰুৱাৰ।

আছে এই বহল পৃথিবীখনত কিমান যে গোটখাই এইদৰে কাৰোবাৰ বুকুত কোনোবা হেৰাই যোৱাৰ ইতিহাস। ন-গাভৰুজনীৰ দৰে থৌকি-বাথৌ এধানি জুৰিটি হেৰাই যায় লুইতৰ বহল বুকুত। আন্ধাৰ পোহৰৰ আৰু পোহৰ হেৰাই যায় আন্ধাৰৰ চকুৰ পাহিত। আকাশত অগণন তৰাবোৰ আৰু পৃথিবীৰ জোনাকীবোৰ— সিহঁতো হেৰাই যায়——……।

অৰুণিমা বৰুৱাৰ চকুৰ পৰা দুগালেদি হঠাতে বাগৰি আহে ডাঙৰ ডাঙৰ দুটা চকুলোৰ টোপাল।……ঠিক এইদৰেই একে আশাকে লৈ কিছুদিনৰ আগতে যে অৰুণিমাইও নিজকে হেৰুৱাই দিছিল। তেতিয়া জানো ভাবিব পাৰিছিল অৰুণিমাই জোনালী নিশাৰ সোণালী সপোনে জীৱনলৈ ৰূপালী বেঙুনি অনাৰ পৰিবৰ্ত্তে দি যাব কিছুমান পাহৰিব নোৱাৰা অথচ সুৱ-ৰিলেই বুকু ফাটি যাব খোজা স্মৃতি?

…মানুহৰ বুকুত হেৰাই গৈছিল অৰুণিমা। হেৰাই গৈছিল এটা ন-নি দীঘল নাক। পুৱতীয়া তৰাটোৰ দৰে তেজগোৰা ঘূৰণীয়া এখন মুখ আৰু জীৱনৰ অনাৱিল মদিৰাভৰা এযোৰা নীলা চকুৰ পাৱহীন মৰমৰ মাজত—ৰমেন দাদাৰ বুকুত।

আঠুত মূৰটো গুজি বহুপৰ অলৰ-অচৰহৈ ভাবি থকাৰ পিছত অসহ্য লাগি উঠি আহিল অৰুণিমা। চকু দুটা অলপ চেঁচা পানীৰে ধুই পেলালে। মেজখনৰ কাষলৈ গৈ গীতাঞ্জলিখনৰ কবিতা এটাকে উলিয়াই লৈ পঢ়িবৰ চেষ্টা কৰিলে। মনৰ সুকোমল বক্ষত যেতিয়া এইদৰে অতীতৰ ৰূঢ় অস্ত্রোপচাৰ চলে অসহ্য যন্ত্রণাক পাহৰি থাকিবলৈ ইয়াকে কৰাৰ বাহিৰে তাৰ উপায় নেদেখে অৰুণিমাই।

কিন্তু তথাপি অৰুণিমাই হঠাৎ সাৰ পাই উঠিছে মাজনিশা আজি ২-৩ বছৰৰ পিছতো। একোতেই সেই অতীতটো যেন চকুৰ আগৰ পৰা আঁতৰি নেযাব।

গীতাঞ্জলিৰ অৰুণিমাই আটাইতকৈ বেছি ভাল পোৱা কবিতা ফাকিকে কেইবাবাৰো পঢ়িলে :—

জীৱনে যত পূজা
হ'ল না সাৰা।
জানিহে জানি তাও
হয় নি হাৰা।

কিন্তু জানো এই ফাকি কবিতাইও অৰুণিমাৰ মনক আজি একোকে বুজাব নোৱাৰিলে। কবিতাৰ শাৰীবোৰৰ মাজত কেৱল নিজৰ অতীতটোকহে যেন শুই থকা দেখিলে অৰুণিমাই। আধা গোঁঠা চুৰেটাৰটো উলিয়াই আকৌ থৈ দিলে, ভুল লাগি গ'ল। চিটাৰখন আনি বজাব খুজিলে কিন্তু ভয় লাগিল—সুৰৰ মূৰ্চ্ছনাই হয়তো মনৰ বেদনাক আৰু জগাইহে তুলিব।

আজিৰ পূর্ণিমা নিশা
পৃথিবীয়ে হাঁহিছে
অৰুণিমাই কান্দিছে।

তিনি বছৰৰ আগতে ঠিক আজিৰ দৰেই এই কোঠাটোতে অৰুণিমাৰ কান্দোন আৰম্ভ হৈছিল। সেইদিনাও আছিল পূর্ণিমা ; কিন্তু জোনটো আজিতকৈ সেইদিনা বেছি সতেজ আছিল। পৃথিৱীত পোহৰৰ প্লাৱন উঠিছিল আৰু খিড়িকীৰ কাষত অৰুণিমাৰ দুচকুৰ পৰা টোপাটোপে চকুলোৰ বৃষ্টি নামিছিল।......

...সেইদিনা আছিল ৰমেন দাদাৰ বিয়া। মৰমৰ আৰু জীৱনৰো যথাসৰ্ব্বস্ব বুলি হেঁপাহেৰে বাট চাই থকা অৰুণিমাৰ ৰমেন দাদাই সেইদিনা বিয়া কৰাই পেলালে ; কিন্তু অৰুণিমাক নহয়। কিয়, অৰুণিমাই একো বুজিব নোৱাৰিলে।

অৰুণিমাই ; নাজানে আন কোনেও নাভাবিছিল যে ৰমেনে এইদৰে কাৰোবাৰ অচিনাকি নতুন ছোৱালী এজনী বিয়া কৰাই পেলাব। কাৰণ সকলোৱে জানি উঠিছিল ইতিমধ্যে অৰুণিমাৰ লগত ৰমেনৰ বিয়াৰ প্ৰশ্ন জড়িত থকা সম্বন্ধটোৰ কথা।

ধৈৰ্য্য আৰু বিশ্বাসেৰে ৰমেন দাদা আহি সকলোবিলাক মিছা বুলি ক'বহি বুলি বৈ থাকোতে থাকোতে বিয়াৰ আগদিনা যেতিয়া বিয়াৰ নিমন্ত্ৰণী চিঠিখনহে পালে অৰুণিমাই চিঞৰি চিঞৰি কান্দি পেলালে। বিয়াৰ দিনা গোটেই দিনটো আৰু নিশাটো কোঠাটোৰ ভিতৰতে সোমাই বুকু বিদাই যোৱাকৈ উচুপিলে অৰুণিমাই আৰু পাগলীৰ দৰে ডাঙৰ আইনাখন চাই চাই কনীয়াজনীৰ দৰে নিজকে পাৰেমানে সজালে ফুল আৰু মালাৰে।

ৰমেনে ফুল যে খুব ভাল পাইছিল। "আমাৰ বিয়াৰ দিনা অৰু, তুমি যে কিমান ফুলৰ মালা পিন্ধিব লাগিব। ফুলেৰে ওপচৈহে ফুলৰ মাজতে তুমি সোমাই ৰ'বা সেইদিনা অৰু।" মই আহি বাচি ল'ম বহুত ফুলৰ মাজৰ পৰা জীৱনৰ সঙ্গীৰ এপাহি ফুল তোমাক। কিৰ্-কিৰিয়া বতাহজাকত পিছফালৰ জোপোহা কুঞ্জলতা জোপাৰ কঁপি থকা উতলা কুঁহিটোৰ দৰে সকলো পাহৰি ৰমেন দাদাৰ ধুতীখনত কেইটামান বনগুটি খুচি দি তাই সুধিছিল—'ৰমেন দা, মই জানো সঁচাই ফুলৰ দৰে ধুনীয়া ?' 'সৌ ৰঙা গোলাপফুলটোতকৈ বেছিহে ধুনীয়া তুমি অৰুণিমা।'

কিবা এটা অজানিত পুলক আৰু আবেগত

কান্দি পেলাবৰ মন গৈছিল অৰুণিমাৰ। শিৰীষ জোপাৰ মাজেদি সৰকি অহা অস্তাচলৰ ত্বৰ্বিল ৰ'দ চেৰেঙাত আবিৰৰ দৰে ৰাঙলী হৈ উঠা ৰমেন দাদাৰ ডিঙিত আলফুলকৈ তাই পিন্ধাই দিছিল এধাৰি কেঁচা বকুলফুলৰ মালা। কাষলৈ চপাই আনি ৰমেন দাদাই আকৌ পিন্ধাই দিছিল সেই একেধাৰ মালাকে অৰুণিমাৰ ডিঙিত।

'অৰুণিমা, মোৰ জীৱনত তুমি হৈ ৰ'বা এধাৰ বকুলফুলৰ মালা—কাহানিও মৰহি নোযোৱা।' ৰমেন দাদাই অৰুণিমাক ইয়াতকৈ বেছি হয়তো আ ক'বৰ প্ৰয়োজন নাছিল।

সেইদিনা এই আটাইবোৰ কথা এটা এটাকৈ তাইৰ মনত পৰি গৈছিল। আজিও মনত পৰিছে। পৃথিৱীত পূৰ্ণিমা থাকেমানেই মনত পৰিয়েই থাকিব এইবোৰ কথা অৰুণিমাৰ।

হঠাতে আকৌ আজি মন গ'ল অৰুণিমাৰ সেইদিনাৰ দৰে নিজকে এবাৰ সজাই পেলাবৰ। কিয় জানো অলপ পাতল লাগে মনটো অৰুণিমাৰ, তাইৰ প্ৰতি অবিচাৰ কৰি আঁতৰি যোৱা ৰমেন দাদাৰ বিয়াৰ দিনটোত মুঠি মুঠি ফুলেৰে নিজক ধুনীয়া কৰি আৰু লেৰেলি শুকাই যোৱা পুৰণি স্মৃতিক জীয়াই থোৱা বকুলফুলৰ মালা কেইধাৰ পিন্ধি ল'বলৈ।

অৰুণিমাই একোচ সতেজ গোলাপ আৰু তগৰফুল ফুলনিৰ পৰা ছিঙি আনিলে। মুগাৰ কাপোৰযোৰ বাকচৰ পৰা উলিয়াই আনিলে। বিয়াত পিন্ধিম বুলি থোৱা মুগাৰ কাপোৰ এই-যোৰ। এইবোৰ কাপোৰেৰে ৰমেনে তাইক হেনো উৰ্বশীৰ দৰে ধুনীয়া দেখিছিল। বাকচৰ তলিত পৰি থকা বহুদিনীয়া জবাকুসুমৰ বটলটোৰ পৰা অলপ তেল বাকি লৈ খেলি-মেলি হৈ থকা চুলিবোৰ ভালকৈ আচুৰি পেলালে আৰু 'ড্ৰেচিং টেবুল'খনৰ কাষত বহি বৰ যতনেৰে খোপাটো বান্ধি অলপ ঢিলা কৰি ডিঙিৰ ওপৰত পেলাই থ'লে। কেইবাটাও বাকচ বিচাৰি বিচাৰি পুৰণি 'কিউটিকোৰা'টো আৰু 'হেজেলিন স্নৰ' বটলটো আনি সোমাই যোৱা গাল দুখন আকৌ সতেজ কৰি তুলিলে। কপালৰ সোঁ-মাজতে বিন্দুমান সেন্দুৰৰ অকণমান ফোট এটা কেঞা আঙুলিৰ আগটোৰে আঁকি দিলে। ওৰণিখনো এবাৰ লৈ চালে অৰুণিমাই। কিন্তু ভাল নালাগিল। কিবা বৰ বয়সীয়া বয়সীয়া লাগে ওৰণি ল'লে; ৰমেন দাদাইও ভাল নাপাইছিল। কাণৰ দুয়ো কাষে অলপ ওপৰত দুটা ৰঙা গোলাপফুল, কাষৰ ফালে অলপ হেলনীয়াকৈ গুজি দিলে। গলধনৰ ওপৰত পৰি থকা খোপাৰ আগটোতো গুজি ল'লে এপাহ বগা তগৰ।

আয়নাখনৰ সমুখত লেমটো ওচৰ চপাই আনি গোটেই মানুহজনী দেখাকৈ থিয় দিলে অৰুণিমা। ইমান ধুনীয়া দেখাইছে আজি নিজকে অৰুণিমাৰ! প্ৰতিবিম্বৰ চকুত চকু থৈ কিছুপৰ থৰ লাগি ৰৈ থাকিল অৰুণিমা।

... ... ...

মূৰৰ পৰা ভৰিলৈকে আয়নাখনত গোটেই প্ৰতিমূৰ্ত্তিটোৱে যেন হঠাতে অৰুণিমাক প্ৰশ্ন কৰিলে: 'কিহৰ কাৰণে মহানিশা এই আকুল ৰূপসজ্জা আশাহীন জীৱনৰ লক্ষ্যহীন কক্ষত? হেৰোৱা সুৰৰ সেই মধুৰ ঝঙ্কাৰ জলি যোৱা অন্তৰৰ বীণাৰ তাঁৰত আৰু জানো তুলিব পাৰিবা?'

চকুত এটা উদাস দৃষ্টি লৈ অৰুণিমা

আয়নাখনৰ কাষৰ পৰা অলপ আঁতৰি আহিল। নহয়,—অৰুণিমাই ভাবিলে, আশাৰ শেৱালী নিৰ্ম্মমভাৱে লেৰেলি গ'লেও, অন্তৰৰ পূজাৰ বেদীত দেৱতাৰ আৰতি বন্ধ নহয়। দেৱতা চিৰদিন নাহিলেও পূজাৰীৰ ক্ষন্তেক শান্তিৰ কাৰণেই নিজে নুমাই নাযায়মানে দেৱালয়ৰ বন্তি জ্বলিব লাগিব।

তৃপ্তিৰে অৰুণিমাই এক বছৰৰ মূৰত আজি আকৌ হাঁহিলে। এই ৰূপসজ্জাৰ যে কিমান অৰ্থ আছে, কি গভীৰ উদ্দেশ্য আছে কোনে বুজিব তাক? আজি যে ৰমেন দাদাৰ বিয়াৰ দিন মানে আজি তাইৰো বিয়াৰ দিন। আজি নিজক নসজালে, আজি নিজৰ অন্তৰ উবাৰি আনন্দ নকৰিলে আৰু কৰিব কোন দিনা অৰুণিমাই?

শাপভ্ৰষ্টা অহল্যাৰ দৰে নিশাটো নিমাত নিতাল। ঘৰটোৰ আন কেইটা কোঠাত আন্ধাৰ আৰু টোপনি বহি আছে ওচৰা-ওচৰিকৈ, আটা আৰু চেনিৰ গুদামৰ বুঢ়া নেপালী চৌকিদাৰটোৰ দৰে জুপুকামাৰি, মাত্ৰ পোহৰ হোৱালৈ বাট চাই। কুকুৰবোৰ কেতিয়াবাই শুই পৰিল—গোটেই জীৱন নৰ্দ্দমাৰ ৰুটি এটুকুৰাৰ কাৰণেই ভুকি ভুকি সিইঁতৰ যেন আমনি লাগিছে!

গাৰুৰ তলৰ পৰা চাবিকোচা উলিয়াই অৰুণিমাই মূৰশিতানৰ 'ৰেক'ডালৰ এচুকত সযতনে পৰিষ্কাৰ কৰি ৰখা চামৰাৰ সৰু চুট্‌কেচ্‌টো খুলি 'প'ষ্টকাৰ্ড চাইজ'ৰ বন্ধাই থোৱা এখন ফটো উলিয়াই আনিলে। বকুলফুলৰ এজোঁটা শুকান মালাৰে মেৰিয়াই থোৱা আছে গোটেই ফটোখন। ফুলবিলাক মৰহি একেবাৰে ক'লা পৰি গৈছে। দেখিলেই ধৰিব পাৰি অন্ততঃ তিনি-চাৰি বছৰৰো আগতে গোঁঠা মালা সেইবোৰ। কিন্তু অৰুণিমাৰ স্পষ্ট মনত আছে কোন ধাৰ মালা কেতিয়া গোঁঠা। শুকান ফুলবোৰৰ বুকুত যেন অৰুণিমাৰ সপোনসনা সুন্দৰ অতীতৰ সুবভি জীয়াই আছে এতিয়াও।

ৰমেন দাদাৰ হাঁহি থকা মুখখনৰ ওপৰেদি খুব লাহে লাহে এধাৰ এধাৰকৈ মালা কেইধাৰ ফটোখনৰ পৰা অৰুণিমাই একৰাই গ'ল। ৰমেন দাদাৰ বিয়াৰ পিচত মাত্ৰ তিনি ধাৰ নতুন মালা তাত গোট খাইছে।

একেবাৰে শেষৰ ধাৰ মালা হাতত লৈ অৰুণিমাই আকুল মিনতিভৰা দৃষ্টিৰে চাই ৰ'ল ফটোখনৰ এটা নিৰ্দ্দিষ্ট বিন্দুত, য'ত ৰমেন দাদাৰ শিল্পীৰ নিভাঁজ হাঁহিটোৱে গোটেই মানুহটো একেলগে ফুটাই তুলিছে। এই মালাধাৰ আৰু সেই হাঁহিটোৱে অৰুণিমাৰ চকুৰ আগত আঁকি দিছিল কল্পনাৰো অতীত স্বৰ্গীয় সুখ আৰু সৌন্দৰ্য্যৰ এক নতুন পৃথিবীৰ ছবি।

প্ৰথমতে ওঁঠ দুটা, তাৰ পিছত বুকুখন কঁপি উঠিল অৰুণিমাৰ। বহুত দিনৰ মূৰত যেন সেই আগৰ ৰমেন দাদাটোৱেই আজি আহি বৈ আছে সমুখত—কিবা ক'ব খুজি ক'ব পৰা নাই।

"ৰমেন দাদা"!

সকলো পাহৰি অৰুণিমাই ফটোখন বুকুত জোৰেৰে সাৱটি ধৰিলে। নিস্তব্ধ কোঠাটোৱেও হঠাৎ যেন চক্ খাই উঠি ভয়ে ভয়ে অৰুণিমাক প্ৰতিধ্বনিত কৰিলে—

"ৰমেন দাদা"!!

ক্ষন্তেক সকলো নীৰব।

কোনোবা ন-ছোৱালীৰ কপালৰ বাহী ফোটটোৰ দৰে নিস্তেজ কুঁৱলীৰে লুতুৰি-পুতুৰি হৈ শেহ-নিশাৰ জোনটো জোপোহা জৰি গছজোপাৰ শেঁওতাইদি লাহে লাহে নাইকিয়া হৈ গৈছে। এমাহৰ কাৰণে পৃথিৱীৰ পৰা পূৰ্ণিমাই বিদায় লৈছে। এটা স্বৰ্গীয় তৃপ্তিৰ সুষমাভৰা হাঁহিৰ ৰেখা অৰুণিমাৰ ওঁঠৰ ওপৰেদি বাগৰি আহি ক্ষীণ জোনাকখিনিৰ মাজত মিহলি হৈ যায়।

ফটোখন আগৰ দৰে থৈ দি অৰুণিমাই বকুলফুলৰ মালাবোৰ এধাৰ এধাৰকৈ আকৌ পিন্ধালে। শেষৰ মালাধাৰ পিন্ধাই দি অৰুণিমাই কান্দিলে। এই ধাৰ কেঁচা বকুলফুলৰ নতুন মালা। আকৌ এবছৰৰ কাৰণে ৰমেন দাদাক অৰুণিমাই বিদায় দিলে। আৰু আমনি নকৰে।

× × ×

—অৰুণিমা বৰুৱা! নাকান্দিবা। তুমি জীয়াই থাকা, আৰু জীয়াই থাওক তোমাৰ চকুৰ টোপনিৰে বকুলফুলৰ মালাৰ মাজত তোমাৰ জীৱনৰ শুকতৰা 'ৰমেন দা।' আজিও নতুন মালাধাৰ যেতিয়া শুকাই যাব নতুনকৈ আৰু এধাৰ পিন্ধাই দি ক'বা—

"মৰিতে চাহিনা আমি সুন্দৰ ভূৱনে
মানুষেৰ মাঝে আমি বাচিবাৰে চায়"।

দুখ আৰু নিৰাশাভৰা পৃথিৱীৰ পুৰণি দিগন্তত তুমি এধাৰ নতুন বকুলফুলৰ মালা। পৃথিৱীক তুমি জীয়াই ৰাখিবা।






"অন্ততঃ এদিনৰ কাৰণেও যদি আমি সকলো বিনয়ী হ'ব পাৰিলোহেঁতেন, তেন্তে মানৱ সমাজত ঘৃণাৰ ভাববিলাকৰ ঠাইত উদাৰ—প্ৰেম-প্ৰীতিৰ ভাবে বিৰাজ কৰিলেহেঁতেন"।

—"কনফুচিয়াচ"




# —গামোছা—

শ্ৰীহুলাল ফুকন
জে, বি, কলেজ

[ ৰম্য ৰচনা ]

দৈনন্দিন জীৱনত আপুনি গামোছা ব্যৱহাৰ কৰিছে। গামোছাৰ লগত সহজেই পৰিচয় ঘটি গৈছে আপোনাৰ। আপুনি অসমীয়া সমাজৰে এজন সন্মানিত সভ্য। সেইবাবেই আপুনি গামোছাৰ অন্তৰালত সোমাই থকা কথাখিনি ভালদৰে উপলব্ধি কৰিব নোৱাৰিলে কম বেছি পৰিমাণে ভুল কৰা সভ্যৰ তালিকাত ভৰ্ত্তি হ'ব লাগিব বুলি ক'বলৈ সাহস কৰিছো। লগতে কথাষাৰ টানি কোৱাত ক্ষমা বিচাৰিছো—কেৱল গামোছাৰ ঐতিহ্য ৰক্ষাৰ খাতিৰতহে। নহলে এধানমানি গামোছাখনক লৈ বিতৰ্কৰ সৃষ্টি হ'লে জগতৰ মানুহে আমাক নাহাঁহিবনে?

সঁচা কথা, আপুনি টপ্ কৰে গামোছাৰ সৃষ্টিৰহস্য ব্যাখ্যা কৰিবলৈ দিলে আমাৰ কালে আধ্যা পৰে। কিন্তু আমি যদি ক'ব পাৰো যে সভ্যতাৰ আৰম্ভণীৰ পৰাই গামোছাই এখন বিশিষ্ট আসন গ্ৰহণ কৰি আহিছে, সমাজলৈ বিধে বিধে অৱদান যোগাই আহিছে আৰু অনাগত ভৱিষ্যতলৈয়ো এই গৌৰৱ ৰক্ষা কৰিবলৈ সক্ষম হ'ব, যদিহে সমাজে যান্ত্ৰিক যুগত চেপা-খোৱা আন্তৰিকতাৰ পৰা গামোছাক বচাব বিচাৰে।

গামোছাক আমি ইমান ভাল পাওঁ কিয়? উত্তৰ সহজ। অতি সহজতে আমাৰ একোটা সমস্যা সমাধান হৈ যায় গামোছাৰ সহায়ত। পথাৰত কাতিয়াই হাল বাইছে। হঠাৎ কিন্-কিনীয়া বৰষুণ আহিল। মূৰত গামোছাখন পাগমাৰি ল'লে আৰু ভয় কিহৰ? হাল বাওঁতে ধুতিত বোকা পৰিছে। গামোছাখন তাৰ ওপৰত মেৰিয়াই ল'লে আৰু ভাবিব নেলাগে। চাদা চুৰটৰ টেমাতো থ'বলৈ কাতিয়াৰ ঠাই নাই। গাত কেৱল বনিয়ন। গামোছাখনৰ আগটোৱে এই চিন্তা দূৰ কৰিব। আপোনাৰ ল'ৰাটিৰ গাত ধূলি লাগিল। গামোছাখনেৰে মোহাৰি দিয়ক। সকলো পৰিষ্কাৰ হ'ব। সবাহত দেউৰি উঠিবলগা হ'ল। ৰাতিৰামৰ ভয়। জানোচা প্ৰসাদত মুখৰ পানী পৰে। গামোছাখন মুখত বান্ধি ল'লে আৰু অপৰাধ লগাৰ সন্দেহ নাথাকে। ক'ৰবাত আপুনি সকাম খাবলৈ যাবলগা হ'ল। লগত গামোছাখন নহলে কিন্তু আপুনি অসুবিধাত পৰিব। আন নহলেও মাহ-প্ৰসাদ বন্ধাৰ সময়ত···।

খাওঁতে-শোওঁতে, উঠোঁতে-বহোতে, যেতিয়াই তেতিয়াই গামোছাই আপোনাক লগ এৰিলেও

আপুনি গামোছাক বন্ধু হিচাবে লগত ৰাখিবই লাগিব। ভাত বা জলপান খাই উঠিছে। প্ৰথমে আৱশ্যক হয় গামোছাখনৰ। তাৰ পিছতহে তামোল-ধপাত। ছুপৰীয়া নাম-ঘোষা এআধ্যা শেষ কৰি ভাত-ঘুমতি মৰাৰ আগতে গামোছাখনেৰে বিছনাখন কোবাই ল'লেহে টোপনি আহিব। এঠাইত বহি থকাৰ পৰা উঠিব লাগিলে হাতৰ গামোছাখন কান্ধত থ'ব লাগিবই, তেহে আপোনাৰ শান্তি আহিব। বজাৰলৈ যাওঁতে অত্যন্ত ভাগৰ লগাত বাটৰ কাষতে বহিব লগা হ'ল। গামোছাখনৰ আগটো মাটিত পাৰি ল'বলৈ নেপাহৰিব।

আপোনাৰ পেটৰ অসুখ। ঘনাই গা তিয়াব লগা হ'ল। গামোছাখন ৰাখিব। গৰম দিন আহিল। গামোছাৰ লগত বিৰোধ ভাব নেৰাখিব। নহ'লে আপোনাক ঘামে জুকলা কৰিব। পিতলৰ কেৰাচিন তেলৰ চাকিটোত শলিতা নাই। ফটা গামোছা খনৰ চুকে-কোণে বিচাৰক। সহায় পাব। আপোনাৰ কেছুৱা ল'ৰাটিক গৰম পানীৰে ভৰি ধুৱাই সেইদৰেই এৰিবনে? অন্ততঃ ভৰিৰ তলুৱা দুখনকেতো মছি দিব লাগিবই। এই কাৰ্য্যত জানো গামোছাই সহায় নকৰিব? ল'ৰাটিৰ পেণ্ট নাই। সিফালে আলহীৰ খাতিৰত দোকানলৈ সি নগলেই নহয়। গামোছাখনকে পিন্ধাই পঠালে দায় লাগিব জানো? লগতে আৰু এখন গামোছা দিবলৈ নেপাহৰিব। দোকানৰ বস্তু অনাত সুবিধা হব। পুৰণা গামোছা গোটাই থওক। ভাওনা থিয়েটাৰত বছৰাৰ ভাও দিবলৈ পোচাকৰ বাবে মুখ ঘোলা কৰিব নেলাগে।

আপোনাৰ বাৰু কোনখন গামোছা ভাল লাগে? মোৰ কিন্তু মাৰ, বাইদেউৰ বা ভনী-জনীৰ—কাৰো গামোছা ভাল নালাগে। লাগে ভাল কেৱল সোণতৰাৰ। মাজনী বুঢ়ী হ'ল। অথচ পুতল দিওঁতে গামোছাৰ ছুয়ো দাঁতিৰ সূতা ছিগে। গামোছা ব'বলৈ তেওঁক ডাঙৰ সূতাহে লাগে। বাইদেউৰ চকুৰ জ্যোতি কমি গৈছে। ফুল বাছিব নোৱাৰে গামোছাত। ভনী জনীয়ে গামোছা ব'বলৈ শিকা বেচি দিন হোৱা নাই। কামবোৰ মিহি নহয়। তাতে আকৌ তাই গামোছাত তেজগোৰা ৰংটো পছন্দ নকৰে। কিন্তু সোণতৰাৰ গামোছা মোৰ বাবে যেন হেৰাই যোৱা অতীতক উদ্ধাৰ কৰিব খোজা এটি সপোন মাধুৰী। "মৰমৰ দীঘ দি, চেনেহৰ বানী দি", সপোনৰ ফুল দি; অন্তৰৰ ৰং দি, আগত দিনৰ মধুৰ কল্পনা কৰি বোৱা মৰমী হাতৰ চেনেহী গামোছাখন কিমান আপোন তাক ব্যাখ্যা কৰি বুজাব পাৰিম জানো?

এবাৰ কি হ'ল জানে? চ'তৰ মাজ ভাগৰ পৰাই আমাৰ লাহৰী, পছুমী, চেনেহী, দীপা, পদ্মা—বহুতৰে মাকোৰ খিট্‌খিটনি শুনা গ'ল। কেতিয়াবা ছেগ বুজি মাকো সৰি মাটিত পৰিল। আটাইবোৰ তাঁতৰ শালত দেখিলো কেৱল গামোছাহে। 'দৰিদ্ৰ লঙ্কালৈ গ'লে সাগৰ শুকুৱা'ৰ দৰে মোৰ ভাগ্যত কিন্তু গামোছা এখনো নকলিল। আনকি সোণতৰাৰ পৰাও। বেয়া লাগিল নিজৰ অকৃতকাৰ্য্যতাৰ বাবে। অনিচ্ছা স্বত্বেও শেহত মাৰ পৰা এখন পালো।

গামোছাই আমাক সকসুৱা বিপদৰ পৰাও হাত সৰুৱাই আহিছে। কোনো গাঁৱত ন-কৈ

নামঘৰ স্থাপন হৈছে। ৰৰখুটাটোত ফুলাম বা সাধাৰণ গামোছা এখন মেৰিয়াই থ'ব লাগিবই। নহ'লে তেৰা বিতুষ্ট। মানে ৰাইজৰ অপায়-অমঙ্গল। কাৰোবাৰ মান ধৰিব লগা হ'ল। আন নহলেও থাওকতে গামোছাখনকে দি থ'ব পাৰে। বহাগ বিহুত আপোনাৰ ঘৰত ৰং-বহইচ্ কৰিছে। ৰূপ এটকীৰে সৈতে এখন গামোছা আগবঢ়াওক। বচ। নিশ্চিন্ত থাকক।

মূৰত পাগুৰি মাৰিবলৈ লাগে গামোছাখন। কঁকালত টঙালি বান্ধিবলৈকো লাগে গামোছাখন। আলহীক মুখ-হাত ধুবলৈ লোটাটোৰ লগতে আগবঢ়াই দিব লাগে সেই গামোছাখনেই। পিছে আজিকালি গামোছাৰ অনেক ঠাই 'টাৱেলে' অধিকাৰ কৰিছে। অসমীয়া সমাজৰ পক্ষে ই শুভ নে অশুভ তাৰ বিচাৰৰ ভাৰ আপোনা-লোককে গটালো। পৰিশেষত আমি কওঁ, গামোছা অসমীয়াৰ কৃষ্টি, গামোছা সভ্যতাৰ পৰিচয়, গামোছা যুগৰ শ্ৰেষ্ঠ অৱদান। যুগে যুগে গামোছাই সমাজক পোহৰ বিলাই থাকিব।

"তোমাৰ যদি সহযোগিতাত আস্থা নাই, তেন্তে এবাৰ ভাবি চোৱা এখন গাড়ীৰ এটা চকা খুলি গ'লে কেনে অৱস্থা হ'ব।"

# অসমৰ মালব্য—৺তুলসীনাৰায়ণ শৰ্ম্মাৰ ব্যক্তিত্বত এভুমুকি—

—ডি-শ—

কাঙ্কত চাদৰ এখন আঠুৰ কথমপি তললৈ নমা খোৱ মৰা চুৰীয়াখনেৰে সৈতে ঠৰঙা চুলি কোছাৰে ঈষৎ কৃষ্ণ বৰ্ণৰ ঈষৎ হাস্যযুক্ত খাও-কালকৈ মানুহজনেই আছিল অধ্যক্ষ তুলসীনাৰায়ণ শৰ্ম্মা ওৰফে তুলসী পণ্ডিত। ১৯৫৪ ৰ কথা—বৰ্ত্তমান জগন্নাথ বৰুৱা কলেজৰ টোল মিলিটেৰীৰ কবলত থকাত অসমীয়া 'থিয়েটাৰ হল'তে কলেজ বহিছে। তেতিয়াৰ অধ্যক্ষ শ্ৰীযুক্ত সন্দিকৈ ঘৰৰ পৰা লৰচৰ নকৰাত ৺তুলসী পণ্ডিতেই ( ছাত্ৰ সকলে তেখেতক এই নামেৰেই বুজিছিল ) আছিল কলেজৰ উপাধ্যক্ষ আৰু একৰকম সৰ্ব্বময়কৰ্ত্তা অৰ্থাৎ ল'ৰাবিলাকৰ কথাৰে All in all. ৺তুলসী পণ্ডিত শ্ৰেণীলৈ সোমাই আহিল—ঠিয় হ'লো। প্ৰথম দৰ্শনতে তেখেতে মনত যি এটা মুচিব নোৱাৰা চাব বহুৱালে সি আৰু এই জনমত মোছা নেযাব। প্ৰথম দৰ্শনতে তেখেতৰ Loveঅত পৰিবলৈ বাধ্য হ'লো। সেয়েহে তাৰ কেইবছৰমানৰ পাছত কলেজ এৰি আহি চাকৰি কৰি থাকোতেও হঠাৎ এদিন ৰাতিপুৱা যেতিয়া তুলসী পণ্ডিতৰ মৃত্যুৰ সংবাদটো পালো, গোটেই শৰীৰটো ভৰিৰ বুঢ়া আঙুলিৰ পৰা মূৰৰ চুলিলৈকে চেঁচা পৰি গ'ল যেন অনুভৱ কৰিছিলো। সেইদিনা মোৰ এজন প্ৰধান আত্মীয় বিয়োগ ঘটিল বুলি বুজিলো।

৺তুলসী পণ্ডিতৰ ওচৰলৈ যেতিয়াই গৈছিলো তেতিয়াই দেখা পাইছিলো তেখেতক উৎসাহৰ জ্বলন্ত প্ৰতিমূৰ্ত্তি হিচাবে। তেখেতে ছাত্ৰ মনত এনে এটি প্ৰেৰণাৰ সঞ্চাৰ কৰি দিছিল যিটি হেজাৰ টকা দি সহায় কৰাতকৈও বেচি মূল্যবান আছিল। তেখেতৰ ওচৰলৈ গৈ উভতি আহোতে সকলোৱে একোটি আশা লৈ উভতি আহিছিল। তেখেতৰ ওচৰলৈ অন্ততঃ যি তিনিবাৰ গৈ পাইছিল তেৱেঁই তেখেতক নিজৰ এজন ঘনিষ্ঠ আত্মীয়ৰ ভিতৰত গণ্য কৰিবলৈ একৰকম বাধ্য বাধকতাত পৰিছিল। তেখেত মানুহজন আছিল অসাধাৰণ ভাৱে সৰল—ভাবে, কামে, আচৰণে। এবাৰ 'বালিগাওঁ মিলন মন্দিৰ'ত এখন ডাঙৰ ৰাজহুৱা সভাত নিমন্ত্ৰিত হিচাবে অলপ বেলিকৈ গৈ তেখেতে সভাৰ পাছফালে কোনেও নজনাকৈয়ে বেঞ্চ এখনতে বহি পৰিলগৈ। কিন্তু আচৰিত কথা এইটোহে যে পণ্ডিত তুলসীনাৰায়ণ শৰ্ম্মা এইদৰে বহা কথাটো সভাৰ প্ৰায় সকলো

সমজুৰাৰ মাজত অতি সোনকালে বিয়পি পৰিছিল আৰু কেইবাজনো বিশিষ্ট লোক উঠি আহি আগবৈলে নিবলৈ যত্ন কৰাতো এইদৰে উত্তৰ দিছিল—“মই সাম্যবাদী মানুহ ; পাচত আহিলে পাচতেই বহা নিয়ম”। আন এদিন চাৰিগাঁৱত এখন ছাত্ৰ সভা শ্ৰীমান প্ৰফুল্ল গোস্বামী ( বৰ্ত্তমান কংগ্ৰেছ চেক্ৰেটৰী ) ৰ সভাপতিত্বত বহিছিল। তাত বক্তৃতা দিবলৈ উঠি স্বৰ্গীয় শৰ্ম্মাদেৱে সভাত উপস্থিত থকা ছাত্ৰসকলক থিয় হবলৈ অনুৰোধ কৰাত দেখা গ'ল যে সেইখন কাগজে-পত্ৰই ছাত্ৰ-সভা হলেও কাৰ্য্যতঃ বুঢ়া মানুহৰহে সভা আছিল।

চাৰিগাওঁ এম্, ভি, স্কুলৰ প্ৰথম পাতনি তৰোতা ৺সোণাৰাম শৰ্ম্মা পণ্ডিতৰ ৪ৰ্থ পুত্ৰ এইজন তুলসী পণ্ডিত আছিল। নামে-কামে ‘তুলসী’। ‘হৰিপদ-তুলসীৰ নললোহো ত্ৰাণ’ বুলি ভক্তই অনুতাপ কৰাৰ দৰেই এই জীৱন্ত ‘তুলসী’ৰ ত্ৰাণ ল'বলৈ নোপোৱা হ'লে হয়তো জীৱনৰ স্মৃতি অন্য কালে ৰ'লেহেঁতেন। এইজন তুলসীয়েই তেখেতৰ ঘূৰণীয়া ধুনীয়া কলাফুল কেইটিৰেই চাৰিগাঁৱৰ ধোৱাচুকৰ পৰা খোজকাঢ়ি ( প্ৰায় ৫॥ মাইল ) যোৰহাটৰ চৰকাৰী হাইস্কুলত পঢ়িছিল। সকৰে পৰা এখেতেই অনন্য সাধাৰণ স্মৰণ শক্তিৰ পৰিচয় দিছিল আৰু ৭ম মান শ্ৰেণীত পঢ়ি থাকোতেই তেখেতৰ অগ্ৰজ স্বনামধন্য ৺সৰ্ব্বানন্দ শৰ্ম্মাৰ মুখৰ পৰা শ্ৰীমদ্ভাগৱত গীতাৰ অসমীয়া ভাঙনি লিখিছিল।

এইজন ‘তুলসী’য়েই পাচত সংস্কৃতত এম্-এ পাছ কৰি চাওখাটত মৌজাদাৰ হৈছিলহি আৰু তেখেতৰ বিদ্যোৎসাহী মনটোক সান্ত্বনা দিবলৈকে পাঠশালা খুলি কণ কণ পোণাহঁতক শিক্ষা দিছিল। এইজনেই পাচত শ্ৰীযুক্ত গুণগোবিন্দ দত্ত ( বৰ্ত্তমান অধ্যক্ষ ) জজ্ঞেশ্বৰ শৰ্ম্মা ( নগাওঁ কলেজৰ অধ্যক্ষ ) ফনী দত্ত ( ৰেজিষ্ট্ৰাৰ ) প্ৰফুল্লপ্ৰাণ চাংকাকতি ( বৰ্ত্তমান কটনৰ অধ্যাপক ) আদিৰে লগ লাগি শ্ৰীযুক্ত সন্দিকৈক অধ্যক্ষ ( সন্মানিত ) পাতি স্বনামধন্য বি-এ জগন্নাথৰ নামেৰে তেখেতৰ ঘৰ-দুৱাৰতে উজনি অসমৰ প্ৰথম বি-এ জনৰ ঘৰতে প্ৰথম বি-এ কলেজখনৰ পাতনি তৰিছিল— ১৯৩০ চনতে অৰ্থাৎ এতিয়াৰ পৰা ২৮ বছৰৰ আগতে অসমত শিক্ষাৰ ঝৰণাৰ পৰা জিৰ্ জিৰকৈ পানী বওঁতেই। এইজন তুলসী পণ্ডিতৰ এবাৰ নোৱাৰা মৰমসনা অনুৰোধত তেখেতৰ স্বনামধন্য সৰ্ব্বাগ্ৰজ ৺সৰ্ব্বানন্দ শৰ্ম্মাদেৱে জগন্নাথ বৰুৱা কলেজত ‘সৰ্ব্বানন্দ শৰ্ম্মা হল'টি দান দি নিজৰো যুগমীয়া কীৰ্ত্তিস্তম্ভ স্থাপন কৰিছিল।

এইজন তুলসী পণ্ডিতে এবাৰ এম্-এ পাছ কৰি তেঁওহে নপলোৱাত দ্বিতীয় বাৰৰ কাৰণে ‘ভাৰতীয় ভাষা’ ( Indian Language ) নামে বিষয়ত এম্-এ পাছ কৰি অসমত এম্-এৰ সংখ্যা লেখোতে আঙুলিৰ পাৰ শেষ নোহোৱা অৱস্থাতো ‘প্ৰাচ্য-বিদ্যাৰ্ণ'ৱ নামে সংস্কৃত উপাধিৰ মালা পিন্ধি বিভূষিত হৈ খাতি ভাবে নামৰ আগত ‘পণ্ডিত’ আৰু ল'বাই জোকোৱা ভাবে নামৰ পাচত ‘পণ্ডিত’ খিতাপ লৈ ‘তুলসী পণ্ডিত’ হৈ জিলিকিছিল। এইজন ‘তুলসী’ৰ আমোলমোলোৱা সুগন্ধেৰে অসমৰ সাহিত্য আকাশ আমোলিত হৈছিল হেনো—কাৰণ তেখেতে সাময়িক আলোচনী সমূহত ভালেখিনি মূল্যবান প্ৰবন্ধ লিখিছিল তেখেতৰ কঠোৰ কৰ্ম্মময় জীৱনৰ মাজে মাজে

সুৰুডা উলিয়াই; আৰু 'সজ-আচৰণ' নামে গুটীয়া পুস্তকখনিৰে সজ আচৰণৰ আৰ্হি কথাই-কামে আচৰণে-স্বভাৱে ভাঙ্গিব ধৰিছিল।

তেখেত 'তুলসী পণ্ডিতে'ই হেনো এঘৰ মাতংবৰ চহকী মানুহৰ ঘৰত ৭॥ মাইল চাইকেল মাৰি গৈ শ্ৰাদ্ধৰ জলপান টকালি পাৰি খাইছিল আৰু জলপানৰ পাচত দক্ষিণা বিচাৰি কৰ্ত্তাৰ ওচৰত নিজৰ বামুণীয়া হাতখনি পাতিছিল। দক্ষিণা অৱশ্যে লৈছিল ৫০০৲ (পাঁচ শ) টকাৰ তেখেতৰ নিজৰ কাৰণে নহয়—উজনি অসমৰ আশা-ভাবনাৰ স্থল জগন্নাথ বৰুৱা কলেজৰ কাৰণে। এইজন 'তুলসী পণ্ডিতে'ই অসাধাৰণ স্মৃতি শক্তিৰে তাহানি আমাক সংস্কৃত পঢ়াওঁতে পাঠ্যপুথি নোচোৱাকৈয়ে শ্ৰীমদ্ভাগৱত গীতা তথা 'অভিজ্ঞানম্ শকুন্তলম্' মুখস্থ গাই গৈছিল আৰু তেখেতেই এক চৰতীয়াৰ পৰা লাখ টকালৈকে দান-দক্ষিণা গ্ৰহণ কৰি 'মগনীয়াৰ ৰাজকোঁৱৰ' অসমৰ মালব্যজী হৈ দুখুনী অসমতো যে মালব্যজীৰ জন্ম হ'ব পাৰে তাৰে প্ৰমাণ দেখুৱাই আমাৰ হিয়াৰ দুৱাৰ উন্মুক্ত কৰি থৈ গ'ল।

—জয়হিন্দ—



# সম্পাদকৰ একাষাৰ

মানৱ মনৰ ঘাত-প্ৰতিঘাত, ক্ৰিয়া-প্ৰতিক্ৰিয়া, আনন্দ-নিৰানন্দ, জীৱনৰ সমালোচনা অভিব্যক্তি, অনুভূতি ইত্যাদিবোৰৰ ফলতেই সাহিত্যৰ জন্ম। গতিকে যেতিয়া মানৱ মনটো সজীৱ থাকে আৰু এই আঘাতবোৰে যেতিয়া প্ৰৱলভাৱে মনত সাঁচ বহুৱাব পাৰে তেতিয়া সাহিত্যৰ সৃষ্টিও সতেজ আৰু সজীৱ হৈ উঠে। সাহিত্য সদায় সত্যৰ ওপৰত প্ৰতিষ্ঠিত। সাহিত্য শব্দটো "সৎ" শব্দৰ পৰা ওলোৱা বুলি বহুতে অনুমান কৰে। কিন্তু অতি প্ৰাচীন কালত সমালোচক সকলে সাহিত্যৰ পৰিভাষা দিছিল—'ৰসাত্মকং বাক্যম্ কাব্যম্' অৰ্থাৎ ৰসযুক্ত বাক্যমালাই কাব্য। ইয়াৰ পিছত ইয়াক খণ্ডন কৰি আন এজন পণ্ডিতে পৰিভাষা দিছিল—"ৰমণীয়াৰ্থ শব্দম্ প্ৰতি পাদকম্ কাব্যম্"। অৰ্থাৎ য'ত সুন্দৰ সুন্দৰ শব্দ থাকে সেয়ে সাহিত্য।

সাহিত্যৰ স্থায়িত্ব নিৰ্ভৰ কৰে সাহিত্যিক সকলৰ ওপৰত। তেওঁলোকে সাহিত্য প্ৰস্তুত কৰোঁতে প্ৰথমতে চকু দিব লাগিব ইয়াৰ styleৰ ওপৰত। সাহিত্যত styleৰ মূল্য বৰ বেছি। অৱশ্যে ইয়াৰ লগে লগে ভাব, ভাষা আৰু প্ৰকাশ-ভঙ্গীও মাৰ্জ্জিত হ'ব লাগিব। উদাহৰণ স্বৰূপে আমি শ্বেক্সপিয়াৰৰ সাহিত্য, কবিগুৰু ৰবীন্দ্ৰনাথৰ সাহিত্য আৰু কালিদাসৰ সাহিত্যক ধৰিব পাৰোঁ। তেওঁলোকে তেওঁলোকৰ লিখনিত অতীতৰ ঘটনাৱলীক এনে ধৰণে ফুটাই তুলিছে যে তাক পঢ়ি বৰ্ত্তমান যুগৰ লোক সকলেও নিজৰ জীৱনৰ ঘটনাৱলীত সেইবোৰ পায়। সেয়েহে তেওঁলোকৰ সাহিত্যক বিশ্বৰ সকলো জাতিয়ে সন্মানৰ চকুৰে চায়।

সাহিত্যিকে লিখি আনন্দ পায় আৰু পাঠকেও পঢ়ি আনন্দ পায়। কিন্তু বৰ্ত্তমান সাহিত্যৰ ধাৰা বদলি হৈছে। বৰ্ত্তমানে সাহিত্যিকসকলে তেওঁলোকৰ লিখনিৰ যোগেদি আঁকিব লাগিব একোটি সমস্যাৰ হুবহু চিত্ৰ আৰু তাৰ সমাধানৰ উপায়। কাৰণ সাহিত্যৰ মাজেদি আমি জাতীয় জীৱনৰ ত্ৰুটী, বিচ্যুতিবোৰ যেনেদৰে উপলব্ধি কৰিব পাৰো আন একোৰে দ্বাৰাই নোৱাৰো। সাহিত্যই মানুহক সভ্যতাৰ পথত, পূৰ্ণতাৰ পথত আগবাঢ়ি যাবলৈ যথেষ্ট প্ৰেৰণা যোগায়। গতিকে সাহিত্যক বাদ দিলে এটা শক্তিশালী জাতি গঠিত হ'ব নোৱাৰে। যি জাতিৰ সাহিত্য নাই সেই জাতি মৃতপ্ৰায়। সাহিত্যৰ সকলো অঙ্গই কোনো এটা জাতিৰ বিকাশ, জাতিৰ উত্থান পতনৰ লগত সাহিত্যৰ নিগূঢ় সম্বন্ধ।

অতীজতে অৰ্থাৎ তন্ত্ৰ-মন্ত্ৰৰ যুগত অসমৰ অৱস্থা বেয়া আছিল। অসমীয়া জাতিয়ে তেতিয়া

নিজৰ নিজস্ব হেৰুৱাই পেলাইছিল। কিন্তু ১৫ শতিকাত বৈষ্ণৱী কবি শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী, অনন্ত কন্দলি, মাধৱ কন্দলি, চন্দ্ৰ ভাৰতী আদি বিখ্যাত কবিসকলে তেওঁলোকৰ সাহিত্যৰ যোগেদি মানুহৰ মনলৈ একতাৰ ভাব আনে; প্ৰাণ প্ৰতিষ্ঠা কৰে। তেওঁলোকেই অসমীয়া সাহিত্যৰ ভঁৰালটোও পৰিপুষ্ট কৰি থৈ গৈছে। অৰ্থাৎ ১৫ শতিকাটো অসমীয়া সাহিত্যৰ বাবে লেখত লবলগীয়া যুগ।

আজিৰ যুগৰ সাহিত্যিকসকলে কেৱল লোকৰ সাহিত্যৰ হুবহু অনুকৰণ নকৰি তাক সুন্দৰ সাহ-পিতেৰে এনেকুৱা ধৰণে গঢ়ি তুলিব লাগিব যাতে ই জাতীয় জীৱনৰ লগত খাপ খাই যায়। আজি আমাৰ জাতীয় জীৱনটোক বহুতো কু-সংস্কাৰে আৱৰি ৰাখিছে। গতিকে আজিৰ সাহিত্য হ'ব লাগিব প্ৰচাৰমূলক গঠন-মূলক আৰু সংস্কাৰমূলক। কিন্তু বহুতে হয়তো ক'ব যে সংস্কাৰমূলক সাহিত্যত ৰস নাই। ৰস নাই বুলিয়েই যে তাক আমি সমাদৰ নকৰিম তাৰ কোনো অৰ্থ থাকিব নোৱাৰে। বহুতো ৰস নোহোৱা বস্তুৱেও স্বাস্থ্যৰ যথেষ্ট উপকাৰ সাধন কৰে। সেয়ে আমি এনেবোৰ সাহিত্যক পঢ়ি তাৰ দ্বাৰা আমাৰ জাতিৰ কু-সংস্কাৰবোৰ দূৰ কৰিব লাগিব আৰু জাতিক সভ্যতাৰ আগ-শাৰীত স্থান দিব লাগিব। গতিকে জাতি গঠনত সাহিত্যৰ স্থান অগ্ৰগামী।

*কলেজৰ ভিতৰ চ'ৰা :—*

১৯৪৯ চনত এই কলেজৰ নৈশ শাখা আৰম্ভ হয় যদিও কলেজ ১৯৩০ চনতে স্থানীয় কেইজনমান শিক্ষাবিদৰ আশাশুধীয়া চেষ্টাৰ মাজেদি গঢ়ি উঠে। প্ৰথম অৱস্থাত নৈশ শাখাত কেৱল বাণিজ্য শাখাটো হে আছিল। ১৯৫৬ চনৰ পৰা কলা শাখাটিও আৰম্ভ হৈছে। এইবিলাক স্থাপনৰ পৰা একালে দুখীয়া ছাত্ৰসকলৰ বাবে কিছু সুবিধা হৈছে। কিন্তু আনহাতে কলেজৰ ভিতৰৰ অৱস্থালৈ চালে দুখ লাগে। শিক্ষক সকলৰ সাল-সলনি, ছাত্ৰৰ পঢ়া-কোঠাবোৰৰ দুৰৱস্থা, লাইব্ৰেৰীত নতুন কিতাপৰ অভাৱ, তাৰ বাহিৰেও বিজুলীবাতিৰ পৰা বাতি কেতিয়াবা শ্ৰেণী বন্ধ হৈ যোৱা ইত্যাদি অসুবিধাত ছাত্ৰ সকল জুৰুলা হৈ পৰিবলগা হৈছে। আজি অসমৰ ভিতৰত বে-চৰকাৰী কলেজবিলাকৰ ভিতৰত যোৰহাট জগন্নাথ বৰুৱা কলেজখন এখন নামজ্বলা কলেজ। আৰু টকা-পইচাৰ 'ফাণ্ড' হিচাবেও এই কলেজখনেই অসমৰ অন্য বেচৰকাৰী কলেজবিলাকতকৈ ওপৰত। গতিকে এনেকুৱা এখন কলেজৰ উক্ত অৱস্থাবিলাক হোৱাতো স্বাভাৱিকতে বেজাৰৰ কথা। ইংৰাজী বিষয়ৰ শিক্ষকৰ বাবে নৈশ শাখাৰ ছাত্ৰসকলে অসুবিধা ভোগ কৰিব লগা হৈছে। অধ্যাপকসকলেও নিৰ্দ্দিষ্ট সময়তকৈ বেছি খাটিবলগাত পৰে। ফলস্বৰূপে নৈশ শাখাৰ ছাত্ৰসকলে আশাপ্ৰদ শিক্ষাৰ পৰা বঞ্চিত হ'বলগাত পৰিবলগা হৈছে। বিশেষকৈ নৈশ শাখাৰ ছাত্ৰসকলৰ সৰহ সংখ্যকেই চাকৰীয়াল। এই ছাত্ৰসকলৰ ভিতৰতে কোনোজন হয়তো কোনো অধ্যাপকৰ সম বয়সীয়া আছে। তাৰোপৰি তেখেতসকলৰ চাকৰি কৰি উপাৰ্জ্জন কৰা টকা কেইটাৰে নিজৰ একোটা পৰিয়াল ভৰণ-পোষণ কৰাৰ উপৰিও কলেজৰ মাচুল আৰু কিতাপ-কাগজ আদি কলেজীয়া যাৱতীয় বস্তুৰ

কাৰণে খৰছ কৰি অশেষ বাধা-বিঘিনি মূৰ পাতি লৈ কলেজীয়া শিক্ষাৰ কাৰণে আহিব লগাত পৰিছে। তাৰোপৰি নৈশ শাখাৰ ছাত্ৰ সকলৰ কোনোজনক অকল ছাত্ৰ বুলি ক'লেই ভুল হ'ব বুলি ধাৰণা হয়। কিয়নো তেখেতসকল কলেজৰ অধ্যাপকৰ বক্তৃতা শুনি শ্ৰেণীত বহি থকা ঘণ্টা কেইটাহে ছাত্ৰৰ লেখত পৰে। বাহিৰত তেখেতসকলক ছাত্ৰৰ লেখত ধৰি লৈ অকল ছাত্ৰ বুলি ধৰিব নোৱাৰি। কিয়নো তেখেতসকলৰ কোনোজন হয়তো কোনো একোখন উচ্চ ইংৰাজী বিদ্যালয়ৰ শিক্ষক, কোনোজন হয়তো কোনো একোখন মধ্য ইংৰাজী বিদ্যালয়ৰ শিক্ষক। আৰু বয়সৰ ফালৰ পৰা গমি চালেও তেখেতসকল হয়তো ছাত্ৰৰ লেখত নপৰে। এনেকুৱা অৱস্থা একোটাৰ মাজেদি আহি যে উচ্চ শিক্ষাএটাৰ আশাত কলেজত পঢ়েহি সেইটো এটা কিমান জটিল সমস্যা আমি তাক উপলব্ধি কৰিব পৰা নাই যদিও সেইটো আলোচনীৰ পাঠক-পাঠিকাসকলক গমি চোৱাৰ ভাৰ দিলো।

যোৱা বছৰ এই শাখাৰ ছাত্ৰ পাছ কৰাৰ হাৰ শোচনীয়। বৰ্ত্তমানেও যদি শিক্ষকৰ অভাৱ সেইদৰেই থাকে তেনেহলে ইয়াৰ ফলাফল অনুৰূপ যে হ'ব সহজে ক'ব পাৰি। এই বেমেজালি বিলাক সোনকালে আঁতৰাবলৈ আৰু তাৰ উচিত ব্যৱস্থা হাতত ল'বলৈ কলেজ কৰ্ত্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

*আলোচনীৰ বিষয়ে একাষাৰ :—*

অশেষ চেষ্টাৰ ফলত অৱশেষত আলোচনীখন আজি আপোনালোকৰ হাতত তুলি দিব পৰাত কিছুদিনৰ পৰা পুহি থকা এটা বিৰাট আশা আজি কাৰ্য্যত ফলৱতী হ'ল। জগন্নাথ বৰুৱা কলেজৰ নৈশ শাখাৰ (বাণিজ্য আৰু কলা) আলোচনী প্ৰকাশৰ বাটত এইখন দ্বিতীয়খন। যোৱা বছৰৰ আলোচনীখন আছিল প্ৰথম বছৰ প্ৰথম সংখ্যা। সেই প্ৰথম সংখ্যা আলোচনীখনো আমিয়েই (এই সংখ্যাৰ সম্পাদক কেইজনেই) প্ৰকাশ কৰি আপোনালোকৰ হাতত তুলিবলগা হৈছিল। কাৰণ সেই সংখ্যাৰ আলোচনীৰ সম্পাদকৰ অৱহেলাত যথা সময়ত প্ৰকাশ কৰাৰ পৰা বাধা পৰাত আৰু প্ৰেচৰ অসুবিধাত পৰি থাকিবলগা হৈছিল। সেই সংখ্যাৰ আলোচনী প্ৰকাশ কৰি উলিওৱাৰ লগে লগেই এই সংখ্যাৰ কামো আৰম্ভ কৰিবলগা হয়। আলোচনীখন প্ৰকাশ কৰাত বহুতো পলম হ'ল। ইয়াৰ মূলতে আছে উপযুক্ত প্ৰবন্ধ-পাতি আদিৰ অভাৱ। যিবিলাক গল্প, প্ৰবন্ধ ইয়াত প্ৰকাশ কৰা হ'ল সেইবিলাক পাঠকৰ কিমান মনোগ্ৰাহী হৈছে তাৰ বিচাৰৰ ভাৰ আলোচনীৰ পঢ়ুৱৈ সমাজৰ ওপৰত থৈছো। কলেজীয়া জীৱনৰ ঠাই লৈয়ে বহুতো ন ন লিখক-লিখিকাৰ জন্ম হয়। এনেকুৱা অনুপ্ৰেৰণাৰ ফলত যিবিলাক লিখক-লিখিকাৰ গল্প, প্ৰবন্ধ, কবিতা আমাৰ হাতত পৰিছিল— সেই আটাইবিলাককে প্ৰকাশ কৰা সম্ভৱপৰ নাছিল। এইবিলাক ছালি-জাৰি প্ৰকাশযোগ্য কৰি লওঁতে বহুতো সময় পাৰ হৈ গ'ল। এনেবিলাক অনিচ্ছাকৃত পলমৰ বাবে পঢ়ুৱৈ সমাজৰ ওচৰত ক্ষমা বিচাৰিলোঁ। ভৱিষ্যতলৈ এই কলেজৰ এই শাখাৰ ছাত্ৰসকলৰ সাহিত্য চৰ্চ্চাৰ উদাসীন ভাৱধাৰাই আলোচনী প্ৰকাশৰ বাটত হেঙাৰ নিদিলে সুখ পাম।

শেষত পঢ়ুৱৈবৃন্দক পুনৰ আন্তৰিক শুভেচ্ছা জনাইছোঁ।

এই সংখ্যা আলোচনী প্ৰকাশৰ বাটত যিসকল ছাত্ৰই সমল যোগাইছে তেখেতসকলক আন্তৰিক ধন্যবাদ জনাইছোঁ। প্ৰবন্ধ-পাতি দি আৰু আলোচনীখন প্ৰকাশ কৰিবলৈ শ্ৰদ্ধাস্পদ অধ্যাপকমণ্ডলীৰ পৰা বহুমূলীয়া সহায় আৰু পৰামৰ্শ পোৱা বাবে তেখেতসকলৰ ওচৰত আমি কৃতজ্ঞ। অধ্যাপক মহেন্দ্ৰ ভট্টাচাৰ্য্যই প্ৰবন্ধ-পাতিবোৰ চাই-চিতি দিয়াৰ বাবে তেখেতৰ ওচৰতো কৃতজ্ঞ। ছাত্ৰ-বন্ধুসকলৰ ফালৰ পৰা ইংৰাজী বিভাগৰ সম্পাদক শ্ৰীদুলালকৃষ্ণ ভট্টাচাৰ্য্যই আৰু বিশ্ববাণী প্ৰেচৰ স্বত্বাধিকাৰ শ্ৰীব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰীদেৱে দেহে-কেহে লাগি মোক সহায় কৰাত তেখেত সকলৰ শলাগ লৈছোঁ। যিসকল ছাত্ৰৰ গল্প, প্ৰবন্ধ, কবিতা প্ৰকাশ কৰিব পৰা নগ'ল তেখেতসকল যেন হতাশ নহৈ প্ৰচেষ্টা চলাই থাকে।

কেচা হাতৰ বুলনিৰে আলোচনীখনৰ অসমীয়া শাখাটো সম্পাদনা কৰাত যি দুই এটি ভুল হৈ গৈছে তাৰ বাবে সহৃদয় পাঠক-পাঠিকাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি বিদায় মাগিলোঁ।



